MĀNUH : A collection of Short Story by Mukut Bhattacharyya, Published by Ila Bhattacharyya. 16, 'varsity Campus, Gauhati--781014, and Printed at SREE SARASWATI PRESS, Dighali Pukhuri Par, Gauhati—781001.

বেটুপাতৰ শিল্পী
প্ৰবোধ সেনগুপ্ত

পৰিৱেশক :
বদনচন্দ্ৰ বৰুৱা
বৰুৱা এজেন্সি
গুৱাহাটী – ৭৮১০০১

মূল্য : চাৰি টকা মাত্ৰ

The printing paper of this book is made available by the Govt. of India at Concessional rates.

কিতাপখন ১৯৭৮ চনৰ ডিচেম্বৰ মাহতে ওলোৱাৰ কথা আছিল। এবাৰ নোৱৰা কাৰণত নোলাল। মোৰ এই অনিচ্ছাকৃত পলমৰ বাবে পঢ়ুৱৈ ৰাইজৰ ওচৰত ক্ষমা বিচাৰিছোঁ।

গল্প কেইটা ছপাশাললৈ যোৱাৰ আগতে ড° হীৰেন গোহাঁই, হীৰেন গগৈ, দিলীপ বৰদলৈ আদিয়ে পঢ়ি ভুল-ত্ৰুটিবোৰ আঙুলিয়াই দিয়াৰ বাবে তেখেতসকলৰ ওচৰত মই কৃতজ্ঞ।

ততাতয়াকৈ বেটুপাতটি আঁকি দিয়াৰ বাবে শিল্পী প্ৰবোধ সেনগুপ্ত আৰু বেটুপাতৰ পৰিকল্পনাত দিহা-পৰামৰ্শৰে সহায় কৰাৰ বাবে অনিল ৰায়চৌধুৰীৰ শলাগ ল'লো।

বৰ্ণাশুদ্ধিৰ সম্পৰ্কত সক্ৰিয় সহযোগিতা আগ বঢ়োৱাৰ বাবে শ্ৰীযুত কেশৱ মহন্তলৈ মোৰ আন্তৰিক শ্ৰদ্ধা ৰ'ল।

কম সময়ৰ ভিতৰতে তৎপৰতাৰে ছপাৰ কামখিনি কৰি দিয়াৰ বাবে সৰস্বতী প্ৰেছৰ গৰাকী আৰু কৰ্মীবৃন্দলৈ মোৰ শলাগ।

পঢ়ুৱৈ ৰাইজে মৰম কৰিলে বিভিন্ন আলোচনী/কাকতত সিঁচৰতি হৈ থকা গল্পৰ আৰু একাধিক সংগ্ৰহ প্ৰকাশ কৰাৰ আশা ৰাখিছোঁ।

**মুকুট ভট্টাচাৰ্য্য**

৩০ জানুৱাৰি ১৯৭৯

# বলি

এই দুৰ্যোগৰ মাজেৰেই জীয়াই থাকিব লাগিব। ঘৃণিত প্ৰানিময় এটা জীৱন। বাবাৰ অক্ষমতা আৰু অৱশেষত নীৰৱ সম্মতিৰ পাছত মোৰ অস্বীকাৰৰ কোনো কাৰণ মই বিচাৰি নাপালো। যি হয় হব— এনে এটা নিৰ্লিপ্ত ভাবত মই ৰাজি হৈ গৈছিলো।

অলপ আগতে আহি ঘৰ সোমাইছোহি।

কাবুলীটো মোক বিশ্বাত উঠিবলৈ কৈয়ে নতুন চাইকেলখন লৈ আগে আগে গৈ আছিল। এটা সৰু ঘৰৰ সন্মুখত আমি ৰৈছিলো। সি বিক্সাৱালাটোক পইচা দিছিল।

তাৰ পাছে পাছে মই ঘৰটোৰ ভিতৰলৈ সোমাই গৈছিলো। মম এডাল জলাই দুৱাৰখন জপাই সি বাহিৰ ওলাই আহিছিল। মমবাতি ডাল জলোৱাৰ পাছত কোঠাটো পোহৰ হৈ উঠিছিল।

তাৰ পাছত কোনোবা এজন অচিনাকি আগন্তুকৰ বাবে অধীৰ অপেক্ষা। অৱশ্যম্ভাৱী ঘটনাটো সোনকালে হৈ যোৱাই ভাল। বিস্ময়বিত এটা মন লৈ সৰহ সময় বৈ থাকিব নোৱাৰি। ভয় আৰু শংকাত মোৰ অন্তৰাত্মা কঁপি উঠিছিল। নিজৰ বুলি যোবো যে কিবা এটা থাকিব পাৰে মই একেবাৰে পাহৰি গৈছিলো।

প্ৰতীক্ষাৰ সময় দীঘলীয়া নহ'ল। বেপৰোৱাভাৱে দুৱাৰখন খুলি উদ্‌ভ্ৰান্ত গতিৰে কোনোবা এজন সোমাই আহিল। আচবাবৰ নামত এখন সস্তীয়া খাট থকা সৰু কোঠাটোৰ সীমাবদ্ধ বায়ুমণ্ডলৰ পুৰণি ওহোমাওহম গোন্ধটোৰ পৰিবৰ্তে তাত দামী মদ আৰু প্ৰসাধন সামগ্ৰীৰ গোন্ধ বিয়পি পৰিল।

মানুহজনে ধনৰ বিনিময়ত নিবিড়ভাৱে পাব খোজা এই সময়খিনিৰ অলপো অপচয় কৰিব নুখুজিলে। খাটখনৰ এটা চুকত বহি চিনিকামাৰ কৈ জলা মমবাতিৰ ক্ষীণ পোহৰত ভালকৈ মুখ কৰি চৰম

বিপৰ্য্যয়ৰ ক্ষণ গণি থকা মোৰ থুঁতৰিটোত ধৰি মানুহজনে মোৰ মুখখন তুলি ধৰিলে। তেওঁক দেখাৰ লগে লগে মই চকু দুটা মুদি দিলো। এইজন যে মোৰ পুৰণি চিনাকি অমৰ চক্ৰবৰ্ত্তী।

মই অনুমান কৰিলো, চক্ৰবৰ্ত্তী নিশ্চল হৈ পৰিল। মোৰ সৰ্বস্ব লুণ্ঠন কৰিবলৈ উদ্যত হোৱা তেওঁৰ হাত দুখন আকৌ আগৰ ঠাইলৈ ঘূৰি গ'ল। পৰিকল্পিতভাৱে এইবিলাক কাম কৰিবলৈ অহা ভদ্ৰ আৰু শিক্ষিত অমৰ চক্ৰবৰ্ত্তী নামৰ মানুহজন নিজৰ শালীনতাবোধে আমনি কৰিব নোৱাৰাকৈ মদৰ সাগীত মত্ত হৈ আছিছিল। কিন্তু অভাৱনীয়ভাৱে মোক লগ পাই তেওঁৰ মদৰ নিচা নাইকিয়া হৈ যোৱা যেন বোধ কৰিলো। সেইমুহূৰ্তমানৰ বাবে কোঠাটোত এটা অসহ্য নীৰৱতা বিৰাজ কৰিছিল।

কিছু সময়ৰ পাছত চক্ৰবৰ্ত্তীক অলপ প্ৰকৃতিস্থ হোৱা যেন লাগিল। কম্পিত কণ্ঠেৰে তেওঁ সক সৰুকৈ কলে—"মিছ দাস......আপোনাক ..."চক্ৰবৰ্ত্তীয়ে কথা শেষ কৰিব নোৱাৰিলে। হয়তো কব খুজিছিল... আপোনাক ইয়াত এনেদৰে লগ পাম অথবা পাব লাগিব বুলি কেতিয়াও ভবা নাছিলো। কিন্তু কব নোৱাৰিলে। চৰম বিপৰ্য্যয়ৰ সচেতন মুহূৰ্ত্ততো মানুহজনৰ প্ৰতি মোৰ পুনৌ জন্মিল। এটা প্ৰশ্নবোধক দৃষ্টিৰে চক্ৰবৰ্ত্তী চাই আছিল। কথা কোৱাৰ প্ৰয়োজনবোধ নকৰাৰ বাবে ময়ো একো কোৱা নাছিলো।

যেহ কিছু সময় এইদৰে পাৰ হৈ গ'ল। কেই মিনিটমানৰ পাছত স্বাভাবিকভাৱেই চক্ৰবৰ্ত্তীয়ে ক'লে—"মিছ দাস! যেয়া আপোনাৰ যদি অলপ ফুৰি আহোঁ বলক।" চক্ৰবৰ্ত্তী দুৱাৰৰ ফালে আগ বাঢ়ি গ'ল। মই কথা কব নোৱাৰিলো যদিও কাৰ্য্যেৰে তেওঁৰ প্ৰস্তাৱ সমৰ্থন কৰি পাছে পাছে দুৱাৰৰ ফালে আগ বাঢ়ি গলো। দুৱাৰৰপৰা অলপ আঁতৰলৈ পিৰালিত এটা ডগা মূঢ়াত বহি হোঁকা টানি থকা কাবুলীটো উঠি আহি মুখত এটি ব্যৱসায়ী-সুলভ হাঁহি বিৰিঙাই হিন্দীতে ক'লে —"সেই আপলোক কাঁহা যা ৰহা হ্যায়। বহিন জীকো সৰবনে

ওৱাপচ বাখনে পৰেগা।" আমি দুয়ো তালৈ চাইছিলো। চক্ৰবৰ্ত্তীয়ে হুসমীয়াতে ক'লে—"ঠিক আছে মই থৈ আহিম।" উত্তৰ দিয়াৰ আগতে কাবুলীটোৱে মোলৈ এক সপ্ৰশ্ন দৃষ্টি নিক্ষেপ কৰিলে। হয়তো অজানিতেই মোৰ চকুত সি বিচৰা উত্তৰটো ফুটি উঠিছিল। সি চক্ৰবৰ্ত্তীলৈ চাই "ঠিক হ্যৈ" বুলি সম্মতি জনালে।

তুলনামূলকভাবে নিৰ্জন এটা বাটেৰে আমি আগ বাঢ়িলো। চক্ৰবৰ্ত্তীয়ে অনৰ্গল বককি গৈছে......"বুজিছে, মিঃ দাস, আমি সমাজখন যিমান সোনকালে সলাব পাৰিম বুলি ভাবিছিলো—আচলতে কামটো কিন্তু তিমান সহজ নহয়। মন কৰিছে নে?—আমাৰ নেতা-সকলৰো আজি কথা আৰু কামৰ সংগতি নাই। এবো চিন-চাৰ নৰখাকৈতো আৰু অমূল্য জীৱনটো অথলে নিয়াৰ নোৱাৰি। আজি কালি মই ৰাজনীতি-কাজনীতি চব বাদ দিছো।"

কৈফিয়তৰ সুৰত কোৱা চক্ৰবৰ্ত্তীৰ কথাবোৰ শুনি তেওঁক প্ৰথম লগ পোৱা দিনটোলৈ মোৰ মনত পৰিল। বিৰোধী দলৰ প্ৰাৰ্থী গৌৰীবাবুৰ বাবে ভোট বিচাৰি তেওঁ আমাৰ ঘৰলৈ গৈছিল। তেতিয়া তেওঁ নতুনকৈ ৰাজনীতিত নামিছে—দুচকুত সমাজ সলোৱাৰ সপোনৰ জিলমিলনি। অৰ্থনীতিত এম. এ. পঢ়ি থকা চক্ৰবৰ্ত্তীক তেতিয়া অতিপাত নিৰ্ভুল প্ৰকৃতিৰ আদৰ্শবান যুৱক যেন লাগিছিল।

চাহ দোকান এখনৰ ওচৰ চপাৰ লগে লগে হঠাতে চক্ৰবৰ্ত্তীয়ে চাহ খোৱাৰ প্ৰস্তাৱ কৰিলে। প্ৰস্তাৱটো মোৰ বেয়া লগা নাছিল যদিও মোৰ সম্মতিলৈ তেওঁ অপেক্ষা কৰা নাছিল। আমি দুয়ো চাহৰ দোকানত সোমালো। 'মহিলা' বুলি লিখি থোৱা এটা কোঠাত আমি দুয়ো মুখামুখিকৈ বহিছিলো। "বয়" নামৰ এটা বুঢ়া লৰাই "বাবাৰ কি দেব" বুলি সুধিলে। চক্ৰবৰ্ত্তীয়ে মোৰ কালে চাই কিবাকিবি আনিবলৈ কৈছিল। 'বয়'টোৱে ঠিক হৈ থকা পৰিপাটনকে আকৌ এবাৰ টনাৰ দৰে কৰি ওলাই গ'ল। মোৰ তেতিয়া খুব ভোক লগা যেন অনুভৱ কৰিলো। মনত পৰিল—মই, আৰু আমাৰ মনন

সকলোৱেই আজি দুপৰীয়া ভাত খোৱা নাই। দুয়ো নিমাত হৈ বহি ৰলো।

চক্ৰবৰ্তীক লগ পোৱা প্ৰথম দিনটোৰ কথা মোৰ আকৌ মনত পৰিছিল। মই তেতিয়া স্থানীয় কলেজখনৰ দ্বিতীয় বাৰ্ষিকৰ ছাত্ৰী। গৌৰীবাবুক ভোট দিবলৈ কবৰ বাবে চক্ৰবৰ্তীহঁত আমাৰ ঘৰলৈ আহিছিল। ৰেলৰে ইউনিয়নৰ বাবে একালত সকলো ত্যাগ কৰিব পৰা বাবাক গৌৰীবাবুক ভোট দিবলৈ কোৱাৰ কোনো প্ৰয়োজন নাছিল। বাবাৰ মুখত কেৱল "গৌৰীবাবু" "গৌৰীবাবু" কথা ফুটাই লাগি আছিল। চক্ৰবৰ্তীহঁতক বাবাই কৈছিল—"গৌৰীবাবুক ভোট দিবলৈ আমাক নকলেও হব। তেখেতৰ কথা আমাৰ ক'ল'নিৰ সকলোৱেই ভালদৰে জানে। আপোনালোকে ইয়াত অযথা সময় খৰচ নকৰি অন্য ঠাইলৈ যাওক। আমি ইয়াত যিমান পাৰিছো কৰিছোৱেই।" তেতিয়াই চাহ দিবলৈ আহোঁতে চক্ৰবৰ্তীৰ লগত মোৰ পৰিচয়। তাৰ পাছত আমি দু'দিনমান একেলগে নিৰ্বাচনৰ কামো কৰিছিলো। ছোৱালী ছোৱালী চেহেৰাৰ এই শান্ত-শিষ্ট লৰাজনে বামপন্থী ৰাজনীতিৰ কাঁইটীয়া বাটেৰে বেছি দিন বাট বুলিব নোৱাৰিব বুলি মই তেতিয়াই অনুমান কৰিছিলো। পৰীক্ষা দি উঠিয়েই কোনোবা এজন প্ৰভাৱশালী আত্মীয়ৰ অনুগ্ৰহত বিখ্যাত ব্যৱসায়ী প্ৰতিষ্ঠান এটাৰ চাকৰিত তেওঁ সোমাই পৰিল। দোপত দোপে উন্নতি কৰি এতিয়া তেওঁ সেই প্ৰতিষ্ঠানটোৰ মুখ্য বিষয়া হৈছেহি। তথাপি চক্ৰবৰ্তীৰ মাজৰ ভাল মানুহজন এতিয়াও মৰি যোৱা নাই।

বয়টোৱে এসোপাম ন খোৱা বস্তুৰে পৰিপূৰ্ণ থাল দুখন, দুগিলাছ পানী আৰু চাহৰ সামগ্ৰী এখন ট্ৰেত আনি আমাৰ আগত থোৱাত চিন্তাত যতি পৰিল। কোনো বাক্যব্যয় নকৰাকৈয়ে আমি থাল দুখন ওচৰ চপাই ললো। তুলনামূলকভাৱে কম সময়ৰ ভিতৰতেই আমাৰ চাহ খোৱা হৈ গৈছিল। চক্ৰবৰ্তীয়ে হাতৰ ঘড়ীটোলৈ চাই কলে—

"মিহু দাস, দহ বাজিবৰ হ'ল। বলক, আপোনাক থৈ আহোঁগৈ।" মেনেজাৰজনক চক্রবর্তীয়ে পইচা দিছিল। আমি ওলাই আহিছিলো। হঠাতে মোক ঘৰত থৈ অহাৰ দায়িত্বটো তেওঁৰ বাঢ়ি যোৱা যেন অনুমান হ'ল। এখন বিক্সাত মোক উঠিবলৈ কৈ তেওঁ আন এখন বিক্সাৰ বাবে চাৰিওফালে চাবলৈ ধৰিলে। তেওঁৰ উদ্দেশ্যটো বুজিব পাৰি মই কবলৈ বাধ্য হলো ; বহুত সময় নিমাতে থকাৰ বাবে মোৰ নিজৰ মাতটোকে কেনেবা কেনেবা লাগিছিল। "আৰু এখন বিক্সাৰ প্রয়োজন নাই। একেখনতেই যাব পাৰিম।" বিক্সাৱালাটোৰ ফালে এবাৰ এনেয়ে চাই তেওঁ মোৰ কাষতে বহিল আৰু পাণবজাৰৰ ফেলৰে ক'ল'নিৰ ফালে যাবলৈ নির্দেশ দিলে। অনতিদূৰত থকা ক'ল'নিৰ ঘৰটো পাওঁতে বেছি সময় নালাগিল। ঘৰৰ আগত বিক্সা বলত মই নামিলো, অনুৰোধ কৰা সত্ত্বেও চক্রবর্তী নামামিল। তেওঁক আমাৰ ঘৰলৈ নিয়াৰ শেষ অস্ত্র প্রয়োগ কৰিলো—"আপোনাৰ উদ্দেশ্য যে অপূৰণ হৈ বল ; আহক " বিক্সাখন ইতিমধ্যে চলিবলৈ আৰম্ভ কৰিছিল। 'ক্ষমা কৰিব' বুলি কৈ চক্রবর্তী আঁতৰি গৈছিল।

মই ক্ষন্তেক সময় নীৰব হৈ ৰলো। এয়া কি হল? চক্রবর্তীয়ে মোক অপমান কৰিলে নেকি? কথাটো ভাবি মোৰ গোটেই গাত পোৰণি অনুভৱ কৰিলো। পুতৌ কৰাতকৈ ডাঙৰ অপমান কি হব পাৰে? ইয়াতোকৈ অমৰ চক্রবর্তী নামৰ তথাকথিত আদর্শবাদী যুৱকজনে সকলো প্রকাৰে মোৰ জীৱন-যৌৱন পিষ্ট কৰি থৈ যোৱা হলে ক্ষতিয়েই বা কি হলহেঁতেন? মই প্রস্তুত হৈয়েই গৈছিলো। তেওঁ নিজেও সেই একেটা উদ্দেশ্য লৈয়ে নিশ্চয় আহিছিল। কিন্তু কি হৈ গ'ল? মোৰ মনটো বিষন্নভাবে ভৰি পৰিল। দুদিন আগতে কথাটো শুনিবৰেপৰা সেই মুহূর্তলৈকে সমাজ-ব্যৱস্থাৰ ওপৰত বিৰক্তি আৰু বিক্ষোভ জন্মাৰ কাৰণে আৰু নিজৰ জেদী মনৰ বলত মই নকন্দাকৈ আছিলো। কিন্তু সেই মুহূর্তত মোৰ চকুপানী সৰসৰকৈ ওলাই আহিল।

দূৰত কোনোবা এটা মানুহ আগ বাঢ়ি অহা দেখিছিলো। মই গাখীৰ জাপখন ঠেলি ভিতৰ সোমাই গলো। মা তেতিয়াও শোৱা নাই। ভাতৰ কেৰাহীখন আগত লৈ বহি আছে। মোক দেখি ভাত খাবলৈ কলে। তেওঁ ইমান পৰেও নোশোৱাৰ বাবে ছুষাৰমান শুনাই ভাত খাই আহিছো বুলি কৈ হাত মুখ ধুবলৈ কুঁৱাৰ পাৰলৈ গৈছিলো। শোৱা-কোঠাৰ কাষে আগ বাঢ়ি যাওঁতে হঠাতে মাৰ মুখলৈ চাই মই মুহূৰ্ত্তৰ বাবে স্তব্ধ হৈ গৈছিলো। মাৰ সেই চাৱনি মই কোনো দিনে দেখা নাছিলো। মোৰ দেহ-মন জ্বলি যোৱা যেন অনুভৱ কৰিলো। শোৱা-কোঠাত সোমাই সজোৰে দুৱাৰখন জপাই দিছিলো। মাই এবাৰ শব্দ কৰি হাঁহিলে। কাষৰ কোঠাত শুই থকা বেমাৰী হৈ পৰা বাবাই বাগৰ সলাই মাক শুই নথকাৰ বাবে ভৰিয়ালে। মোক কিবা সুধিব বুলি ভাবিছিলো। নুসুধিলে। কিনো সুধিব? জানি বুজি যি পিতৃয়ে এনে পথলৈ নিজ কন্যাক ঠেলি দিবলৈ বাধ্য হয় সেই পিতৃৰ জেৰা কৰাৰ অধিকাৰ অথবা মানসিক প্ৰস্তুতি থাকিব পাৰে জানো? তেওঁলোকে মোৰ শুচিতা ধ্বংস হৈ গৈছে বুলি ধৰি লৈছে—কোনোবা অন্ধ কামুকৰ হাতত। অনৰ চক্ৰৱৰ্ত্তীক মাতি আনি মোৰ অক্ষত কৌমাৰ্য্যৰ প্ৰমাণ দিয়াৰ কোনো প্ৰয়োজন নাই। মা আৰু বাবা নালাগে, সেই ছাইলক কাবুলীটোৱেও মোক আৰু বিশ্বাস নকৰে।

কাপোৰ-কানি সলনি নকৰাকৈয়ে চেণ্ডেলজোৰ দলিয়াই বিচনাত দীঘল হৈ এতিয়া বাগৰ দিছো। পানী এগিলাচ খাবৰ বৰ মন গৈছে। কিন্তু বিচনাৰপৰা উঠি যাবলৈকে এলাহ বোধ কৰিছো। নাভাবিবলৈ চেষ্টা কৰিলেও বহুত কথাই চিনেমাৰ ছবিৰ দৰে ইটোৰ পাছত সিটোকৈ মনৰ দাপোণত প্ৰতিফলিত হৈ উঠিছে। সেই এৰি অহা দিনবোৰৰ কথা……

মা-বাবাৰ অমতেই ৰঙীন ভৱিষ্যৎ এটাৰ কল্পনা লৈ কলেজত নাম লগাইছিলো। নিজৰ ভৰিত নিজে থিয় হোৱাৰ মানসেৰে টাইপ

শিকিছিলো তেতিয়াই। বৰ বেছি চেষ্টা নকৰাকৈয়ে "কমাৰ্চিয়েল ইন্‌ষ্টিটিউট"খনৰ ইন্‌ষ্ট্ৰাক্টৰজনৰ চেষ্টাত চাকৰি এটাৰো যোগাৰ হৈছিল। দিন বাগৰিছিল। ঘৰখনৰ বহুত দায়িত্ব অজানিতেই মোৰ ওপৰত আহি পৰিছিল। সেইটো মই স্বাভাৱিক বুলিয়েই ধৰি লৈছিলো। যে আইনী ধৰ্মঘটৰ্ত লিপ্ত বুলি বাবা কামৰপৰা বৰ্খাস্ত হৈছিল। দূৰ সম্পৰ্কীয় মামা এজনে তেওঁৰ নামত থকা এই ঘৰ নামৰ গড়ালটোত থকাৰ সুবিধা কৰি দিছিল বাবেই আমি অথৰী জীৱন যাপনৰপৰা অব্যাহতি পাইছিলো। হঠাতে বাবাৰ অসুখটো কেনেকৈ হবলৈ পালে মই আজিও ভাবি নাপাওঁ। আৰু তেতিয়াই এইজনী লতিকা দাস নামৰ এসময়ৰ অধাইতং আশাবাদী ছোৱালীৰ জীৱনলৈ—মোৰ জীৱনলৈ চৰম বিপৰ্য্যয় নামি আহিছিল। পাঁচোটা প্ৰাণীৰে পৰিয়ালটোৰ সমগ্ৰ দায়িত্ব লৈ বাবাৰ বেমাৰটোৰ কাৰণে মই বিমূঢ় হৈ পৰিছিলো। মোক ছুটী আৰু টকাৰ বৰ প্ৰয়োজন হৈছিল। ছুটীৰ আবেদন কৰি মঞ্জুৰ নোহোৱাতো অফিচ নকৰাৰ বাবে মোক অস্থায়ী চাকৰিটোৰপৰা বিদায় দিছিল।

বাবাৰ চিকিৎসাৰ বাবে কাবুলীটোৰপৰা টকা অলপমান ধাৰ কৰিছিলো। তাক চাকৰি কৰোঁ বুলি মিছাকৈয়ে কৈছিলো। এতিয়া অনুভৱ কৰিছো এজনী গাভৰু ছোৱালীয়ে চাকৰি নাথাকিলেও মহাজন বা কাবুলীবোৰৰপৰা ধাৰ লব পাৰে। যোৱা আঠ মাহতো কাবুলীটোৰ ধাৰ পৰিশোধ কৰিব পৰা নাই। যোৱা পাঁচ মাহৰ সুতৰ টকা দিব নোৱৰাৰ বাবেই বাবাৰ সম্মতি সাপেক্ষে কাবুলীটোৱে আজি কেইঘণ্টামানৰ আগতে মোক ভোগৰ পণ্য হিচাপে অমৰ চক্ৰবৰ্ত্তীৰ হাতত তুলি দিছিল। উঃ কি ভীষণ সিইতৰ ব্যৱসায়িক বুদ্ধি! অমৰ চক্ৰবৰ্ত্তীৰপৰা কাবুলীটোৱে কিমান টকা লৈছিল নাজানো। কিন্তু মোৰ বাকী পৰা সুতৰ টকা সকলো আদায় হৈ গৈছিল বুলি সি মোক কৈছিল। বেছি লগেও মোৰ জানিবলৈ উপায় নাই।

অহা মাহত নতুনকৈ আকৌ সুত দিব লাগিব। হয়তো

কাবুলীটো আকৌ অমৰ চক্ৰবৰ্তীৰ ওচৰ চাপিব। চক্ৰবৰ্তীয়ে অস্বীকাৰ কৰিলে তেওঁৰে নিচিনা কোনোবা ধনী বিলাসী যুৱক বা প্ৰৌঢ়ক মোৰ ওচৰলৈ লৈ আহিব। মোক বিয়া কৰাই মোৰ লগতে পৰিয়ালটোৰ ভৰণ পোষণৰ দায়িত্ব লৈ মোৰ জীৱন-যৌৱন ৰক্ষা কৰিবলৈ অমৰ চক্ৰবৰ্তী আগ বাঢ়ি নাহে। সেই সাহস অমৰ চক্ৰবৰ্তীৰ নাই। থকা হলে অমৰ চক্ৰবৰ্তী কেতিয়াও এইদৰে নাহিলহেঁতেন। সাহস থকা হলে অমৰ চক্ৰবৰ্তীয়ে অহাৰ পাছতো এইদৰে মোক অপমান কৰি ঘূৰি নগলহেঁতেন।

কিন্তু মই জীয়াই থাকিব লাগিব। মোৰ কাৰণে নহলেও পৰিয়ালটোৰ বাকী চাৰিটা প্ৰাণীৰ কাৰণে মই মৰি মৰিও জীয়াই থাকিব লাগিব। নিশ্চিত মৃত্যুৰ ক্ষণ গণি গণি লালসাৰ কেঁচাইখাতী গোসানীৰ পূজাৰ উপচাৰ হৈ মই জীয়াই থাকিব লাগিব। মোৰ এতিয়া খুব পিয়াহ লাগিছে। পানী গিলাচ নিঃশেষ হৈ গৈছে।

মোৰ টোপনি আহিছে। আজি বাতি শুই লওঁ।……কালিলৈ? ……কালিলৈ ??

# সংসাৰ

এই মাত্ৰ অপৰাজিতাইতৰ তাৰপৰা আহি ঘৰ সোমাইছোহি। গ্লানি আৰু অপৰাধ-বোধৰ দংশনে মোৰ সমগ্ৰ চেতনা বিব্ৰত কৰি তুলিছে। মানসিক যন্ত্ৰণাত মই পাকঘলৰ দুৱাৰ নেমেলাকৈয়ে বিচনাত পৰিছোহি। ভগৱান যদি আছে ধন্যবাদ! মোৰ এই ভয়াৰ্ত্ত বলিয়ালিৰ ৰূপ দৰ্শন কৰিবলৈ আন কোনো প্ৰাণী ঘৰত নাই। মৰম অথবা শ্ৰদ্ধাৰ্হ কাৰোবাৰ মিছা অভিযোগ-সম্বলিত বাক্যবাণ সহি প্ৰতিবাদ কৰাৰ বল থাকিও প্ৰতিবাদ নকৰাকৈ ঘূৰি অহাৰ যি তীব্ৰ দংশন সেয়া উপলব্ধিৰহে বিষয়—ব্যাখ্যা অথবা বৰ্ণনাৰ নহয়। (অমিতাভে ভুল বুজাৰ বাবে মোৰ খেদ নাই—কিন্তু অপৰাজিতা?)

অপৰাজিতাৰ স্বামী অৰূপ বৰুৱাৰ লগত মোৰ পৰিচয় কলেজীয়া দিনৰ। জীৱন নৈৰ জাজীত উটি-বুৰি সংঘাত ভৰা জীৱনত সান্ত্বনা লভিবৰ বাবেই আমি দুয়ো নৈশ কলেজৰ তৃতীয় বাৰ্ষিকত নাম লিখাইছিলো। কেৰাণীৰ কলেজ বুলি খ্যাত চহৰৰ বিশিষ্ট কলেজখনৰ সুনাম তেতিয়া অসমৰ ইমূৰৰপৰা সিমূৰলৈকে। সেয়েহে কলেজখনত ছাত্ৰ হেঁচা অভাৱনীয়ৰূপে বাঢ়িছিল। স্কুলৰ নিৰিবিলি শিক্ষকতা বাদ দি আমাৰ দৰে বহুতেই উচ্চ শিক্ষাৰ আকাঙ্ক্ষাত চহৰলৈ ঢাপলি মেলিছিল। এডমিছনৰ বাবে আবেদন কৰাৰ পাছত এটা নিৰ্দিষ্ট তাৰিখত আমাক ইণ্টাৰভিউলৈ মাতিছিল। ইণ্টাৰভিউ মানে শেষ পৰীক্ষাত পোৱা নিজৰ নিজৰ নম্বৰৰ তালিকা প্ৰদৰ্শোৱা। সেই দিনাই অৰূপৰ লগত মোৰ পৰিচয় হৈছিল। কেইটামান বিষয়ত আমাৰ দুয়োৰে মিল থকাৰ বাবে প্ৰথমে দিনাই আমি দুয়ো ওচৰ চাপি গৈছিলো। অলেখ আশা বুকুত বান্ধি আমি দুয়োটাই আই. এছ. চি. পঢ়িছিলো। পিছত আশাভঙ্গৰ বেদনা লৈ

ছয়োটাই বেচ কিছু দিন শিক্ষকতা কৰিছিলো—মানে কৰিব লগীয়া হৈছিলো। শেষত প্ৰৱেশিকা পাছৰ অৰ্হতাৰে কৰিব পৰা নিম্ন থাপৰ কেৰাণীৰ চাকৰি এটা পাই অৰূপ চহৰলৈ আহিছিল, মই আহিছিলো এটা প্ৰেছৰ চাকৰি লৈ। সেই প্ৰেছত মোৰ পৰ্য্যায়ৰ চাকৰিত মেট্ৰিক পাছ নকৰা লোকো বহুতো আছিল, সহজ কথাত, ইয়াতোকৈ কম পঢ়া লোকৰ বাবেও চাকৰিটো উপযুক্ত। আমাৰ নম্বৰ কিছু কম আছিল যদিও আই. এছ. চি. পঢ়া বুলিয়েই এডমিছনৰ ক্ষেত্ৰত অগ্ৰাধিকাৰ পাইছিলো।

অৰূপ বৰুৱাই সাহিত্য চৰ্চা কৰে আৰু মই অভিনয় কৰি ভাল পাওঁ। অৰূপৰ দৰে মই গল্প-কবিতা-প্ৰবন্ধ-নাটক লিখিব নোৱাৰিলেও সংবেদনশীল মন এটাৰে প্ৰতিজন প্ৰথিত-যশা লিখকৰ লিখা পঢ়ি যাওঁ। আমি দুটা লগ লাগিলে পৃথিৱী জয় কৰাৰ উদ্যম গোটাব পাৰোঁ। জীৱনৰ এশ এবুৰি সমস্যায়ো আমাৰ মন ভাঙিব নোৱাৰে।

নৈশ কলেজত পঢ়া দুটা বছৰতে আমি দুয়ো অতি ওচৰ চাপি গলো। মোৰ তিনিজন বিশিষ্ট বন্ধুৰ অন্যতম হৈ পৰিল অৰূপ। কলেজ ইউনিয়নৰ নিৰ্বাচনত মই সাংস্কৃতিক সম্পাদক-ৰূপে প্ৰতিদ্বন্দ্বিতা কৰি জয় লাভ কৰিছিলো আৰু অৰূপ হৈছিল আলোচনীৰ সম্পাদক। নৈশ কলেজত পঢ়া দুয়োটা বছৰেই আমি অতি অন্তৰঙ্গতাৰে পাৰ কৰিছিলো। অৰূপ বৰুৱাই লিখা এখন নাটক মঞ্চস্থ কৰি আমি দৰ্শকৰ প্ৰভূত প্ৰশংসা লাভ কৰিবলৈ সমৰ্থ হৈছিলো। প্ৰেছৰ চাকৰিত যন্ত্ৰৰ লগত সংগ্ৰাম কৰি কৰি ভাগৰি পৰা দিনবোৰতো অৰূপৰ সান্নিধ্যই মোক জীয়াই থকাৰ প্ৰেৰণা যোগাই জীৱনৰ এক নতুন ব্যাখ্যা বিচাৰি পোৱাত সহায় কৰিছিল।

আমাৰ কলেজীয়া বছৰ দুটা অতি খৰতকীয়াকৈ পাৰ হৈ গৈছিল। চাকৰিৰ উপৰিও সামাজিক অন্যান্য কাম-কাজত অতীৱ ব্যস্ত হৈ থাকিব লগীয়া হোৱাত আমি তেনেকৈ পঢ়া-শুনা কৰিবলৈ সময়কে নাপালো।

অৰূপ বৰুৱাই স্কুলত চাকৰি কৰাৰে পৰা অপৰাজিতা নামৰ ছোৱালী এজনীক ভাল পাইছিল . অপৰাজিতা সম্পৰ্কে সকলোবোৰ খুটি-নাটি কথাই সি মোৰ আগত কৈছিল। প্ৰতি সপ্তাহত অপৰাজিতালৈ একোখনকৈ দীঘলীয়া চিঠি লিখা আৰু তেওঁক চিৰ দিনৰ বাবে নিজাকৈ পোৱাৰ কল্পনা কৰোতেই অৰূপ। ভালেখিনি মূল্যবান সময় খৰচ হৈছিল। অৰূপ বৰুৱাৰ জীৱনৰ প্ৰতিটো মুহূৰ্ত্তই যে অপৰাজিতা নামৰ ছোৱালীজনীয়ে নিয়ন্ত্ৰিত কৰিছে সেই কথা প্ৰকৃতাৰ্থত একমাত্ৰ ময়েই উপলব্ধি কৰিব পাৰিছিলো। সেয়ে, কেনেবাকৈ শেহান্তৰত গৈ অপৰাজিতাৰ লগত অৰূপৰ মিলন নহ'বগৈ বুলি মাজে সময়ে মই শংকিত হৈ পৰিবলৈ বাধ্য হওঁ।

পঢ়া-শুনা নোহোৱাৰ বাবে বি.এ. পৰীক্ষা আমি দুয়ো সেইবাবলৈ নিদিওঁ বুলি ভাবিছিলো যদিও অপৰাজিতাৰ একেখন চিঠিয়েই অৰূপক সিদ্ধান্ত সলাবলৈ বাধ্য কৰালে। অপৰাজিতাৰ মতে পৰীক্ষাত পাছ কৰাটো প্ৰস্তুতিৰ ওপৰত নিৰ্ভৰ নকৰে; পৰীক্ষাটো এটা লাক অৰ্থাৎ দৈৱ সুপ্ৰসন্ন হোৱা কথা। হঠাৎ হোৱা এটা ঘটনাৰ কথা। তাৰোপৰি অপৰাজিতাই লিখিলে যে আমাৰ দুয়োটাৰ যিখিনি জ্ঞান সেইখিনিৰে বি.এ. পৰীক্ষাত নপঢ়াকৈয়ে কৃতকাৰ্য্য হব পাৰিম বুলি তেওঁৰ দৃঢ় বিশ্বাস। ব্যক্তিগতভাৱে অপৰাজিতাৰ লগত মোৰ পৰিচয় নাছিল যদিও অৰূপে মোৰ বিষয়ে সকলো জনাইছিল। পিছলৈ অপৰাজিতাই প্ৰত্যেকখন চিঠিতে মোৰ কথা লিখিছিল। নিৰুপায় হৈ দুয়ো এমাহ এমাহৰ ছুটী লৈ পৰীক্ষাত বহিলো। ভাল ভাগ্যৰ বাবেই নে অপৰাজিতাৰ শুভেচ্ছাৰ বাবেই নাজানো আমাৰ দুয়োটাৰে বোল নম্বৰ কাগজত ওলাল। দিন দিয়েকলৈ নিজকে বৰ মূল্যবান মূল্যবান অনুভৱ কৰিলো। বি.এ. পাছ কৰাৰ খবৰ পাই আগৰ স্কুলৰ চেক্ৰেটাৰীয়ে অভিনন্দন জনোৱাৰ লগতে পুনৰ স্কুললৈ মাতিছিল যদিও এম.এ.টো পাছ নকৰাকৈ যোৱাটো ঠিক নহব বুলিয়েই নগলো। অৰূপৰ বাবেতো চহৰত থকাৰ মানকতাই বেলেগ, যাবলৈ

নাপায়ো উচ্চ অভিলাস থাকিলে মানুহ চহবত থাকিব লাগে। গতিকে গাওঁৰ স্কুললৈ পুনৰ ঘূৰি যোৱাৰ প্ৰশ্নই নুঠে। বি. এ. পাছ কৰাৰপৰা অৰূপৰে মোৰে লগা-লগি হোৱাটো পাতলি আহিছিল, মাজে সময়ে বজাৰে-সমাৰেহে লগ পাব পাৰিছিলো।

বহু দিন বিৰতিৰ পাছত এদিন হঠাতে অৰূপ আহি মোৰ মেছ ওলালহি। অনৰ্গল কথা কোৱা অৰূপ নিমাত হৈ মোৰ বিচনাতে মনে মনে বহি ৰ'ল। বহু সময় কাৰো মুখত কথা নাই। এনে ধৰণৰ বিমৰ্ষ ৰূপত অৰূপক দেখি মোৰ মনটো চিৰিংকৈ গল। মনতে ভাবিলো হয়তো অপৰাজিতাই তালৈ বিয়া সোমাব নোৱাৰে বুলি চিঠি লিখিছে। অপৰাজিতা আঁতৰি গলে যে অৰূপৰ কি অৱস্থা হব সেই কথা গভীৰ আৰু বাস্তৱৰূপে মই উপলব্ধি কৰিব পাৰিছিলো। সেয়েহে অৰূপৰ আসন্ন বিপদৰ কল্পনাত মোৰ মনটো অস্থিৰ হৈ উঠিল। এনে এটা পৰিণতিৰ আশংকা মই আগৰেপৰাই কৰিছিলো। তাৰ মুখেৰে সকলো শুনি নিশ্চিত হোৱাৰ অভিপ্ৰায়েৰে তাক সুধিলো—"অপৰাজিতাৰ খবৰ কি? তেওঁৰ পঢ়া-শুনা কেনে চলিছে? তেওঁলোকৰ ঘৰৰপৰা চিঠি-পত্ৰ পাইছানে?" অৰূপে কলে—"ইমানবোৰ প্ৰশ্নৰ উত্তৰ একেলগে দিব নোৱাৰি। অপৰাজিতাৰ সম্পৰ্কে তোমাক সকলো কম বুলিয়েই বিচাৰি মেছ ওলাইছোহি। মোৰ বৰ্তমান দুৰৱস্থাত তোমাৰপৰা সহায় নেপালে নচলিব বিমল।" অৰূপৰ কথা শুনি মোৰ সন্দেহ দৃঢ় হৈ আহিছিল। কিন্তু অৰূপৰ বক্তব্যই মাক আনন্দিত কৰিহে তুলিলে। এনে এটা শুভ বাতৰি পায়ো অৰূপ বিমৰ্ষ হোৱাৰ কাৰণ নুবুজিলো। অপৰাজিতাক আন কাৰোবালৈ বিয়া দিবৰ বাবে দেউতাক আৰু ককায়েকে প্ৰচেষ্টা চলাইছিল। তেওঁলোকৰ মতে শিল্প-সংস্কৃতিৰ নামত ৰাষ্ট্ৰবিৰোধী প্ৰচাৰ চলাই ফুৰা অৰূপলৈ ছোৱালী দিয়া মানে ছোৱালীৰ ভৱিষ্যৎটো নষ্ট কৰা। তাৰোপৰি অপৰাজিতাক যেতিয়া সম্ভ্ৰান্ত বংশৰ কোনোবা এজন চাহ বাগিচাৰ এচিষ্টেণ্ট মেনেজাৰে উপযাচিয়েই

বিয়া কৰাবলৈ আগ বাঢ়ি আহিছে এনে অৱস্থাত এই সুযোগ হেকওৱা মানে নিজৰ মূৰ নিজে খোৱা, অপৰাজিতাক এচিষ্টেণ্ট মেনেজাৰলৈ বিয়া দিলে তাইৰ আৰ্থিক নিৰাপত্তা সুনিশ্চিত হৈ পৰিব আৰু তেওঁলোকৰ মতে সুখী সংসাৰিক জীৱনৰ বাবে ই অপৰিহাৰ্য্য। ধনৰ অভাৱত বহুত সংসাৰ অসাৰ হৈ যোৱা তেওঁলোকে দেখিছে। তাৰোপৰি এনে এটি সম্ভ্ৰান্ত পৰিয়ালৰ লগত সম্বন্ধ কৰিব পাৰিলে তেওঁলোকৰ পৰিয়ালটোৰ মানো উন্নত হয়। দেউতাক, ককায়েকৰ এই সকলোবিলাক অভিমত শুনাৰ পিছতো অপৰাজিতাই দৃঢ়ভাৱে মাকক জনাই দিলে যে যদি তাই বিয়া কৰাই লাগে তেতিয়া হলে অৰূপকেই কৰাব—নতুবা সিহঁতে তাইৰ বিয়াৰ বাবে মূৰ ঘমোৱাৰ প্ৰয়োজন নাই। অপৰাজিতাৰ মতত মাকৰো নীৰৱ সমৰ্থন আছিল। মাকৰ মতে এচিষ্টেণ্ট মেনেজাৰ পুলিন শৰ্মাই মান-সন্মান কাক বোলে নেজানে। এই ক্ষেত্ৰত অৰূপ পুলিনতকৈ বহুত ওপৰত। অৰূপহঁতৰ ঘৰৰ মতেও অৰূপে অপৰাজিতাতকৈ বহুত ভাল ছোৱালী পাব, যিহেতু সিহঁতৰ ঘৰখনৰ এটা উজ্জ্বল ভবিষ্যৎ আছে। ইতিমধ্যে তায়েক অমিতাভে পোৱা ই. এ. চি. চাকৰি তাৰ খাকৰ। অপৰাজিতাৰ মতত মাকৰ স্বীকৃতি দানৰ পিছত দেউতাক ককায়েকৰ প্ৰস্তাৱ তল পৰিল যদিও এই বছৰ আৰোগতে অপৰাজিতাৰ বিয়া পতাৰ পিছৰ সিদ্ধান্তৰ কথা দৃঢ় কণ্ঠে তেওঁলোকে ঘোষণা কৰিলে। এই সকলোবিলাক কথা পৰিকাৰভাৱে অপৰাজিতাই অৰূপলৈ লিখি জনাইছে। অৰূপহঁতৰ ঘৰো অপৰাজিতাক বিয়া কৰোৱাত বৰ বেছি ইচ্ছুক নোহোৱাৰ বাবে বিয়াৰ ক্ষেত্ৰত ঘৰখনৰ পূৰ্ণ সমৰ্থন অৰূপে পাব নোৱাৰিব, পিতৃহীন পৰিয়ালটোৰ অৰূপেই প্ৰথম সন্তান বাবে হয়তো তাৰ মতৰ বিৰুদ্ধে ঘৰখন থিয় দিব নোৱাৰিব। কিন্তু আৰ্থিক বিষয়ত তায়েকহঁতে পূৰ্ণ সহযোগিতা আগ নবঢ়োৱাৰ সম্ভাৱনাই বেছি। আৰোগত বিয়া পতাৰ কথা লিখনত মাকে জোৰোৰৰ বস্তুখিনি যোগাৰ কৰাৰ ভাৰ তাৰ ওপৰতেই দিছে। তাৰ মানে একিয়া তাক

কম পক্ষেও দুহেজাৰ টকাৰ প্ৰয়োজন। নিম্ন থাপৰ কেৰাণীৰ চাকৰি কৰি সৎ উপায়েৰে দুহেজাৰ টকা জমোৱাটো যে টান, নকলেও হব। তাৰোপৰি বিয়া কৰায় অপৰাজিতাক চহৰলৈ অৰ্থাৎ তাৰ লগলৈ আনিব লাগিব। গুৱাহাটীত পৰিয়াল লৈ থাকিব পৰা ভাড়া ঘৰৰ কথা বাদেই, মেছত ছিট এটা বিচাৰি পোৱাটোৱেই সৌভাগ্যৰ কথা। তাতে আকৌ উপাৰ্জনৰ পৰিমাণ মেছত থাকোঁতেই থাবলৈ সোজোৰা বিধৰ। সেয়েহে ইমান দিনে উৎকণ্ঠাৰে বাট চাই থকা আকাঙ্ক্ষাৰ বস্তুটো পোৱাৰ নিশ্চয়তাৰ বতৰায়ো অৰূপক বিমৰ্ষ কৰিছে। প্ৰথমতে মই উল্লসিত হৈছিলো যদিও সমস্যাসমূহৰ লগত পৰিচিত হোৱাৰ পিছত চিন্তিত হবলৈ বাধ্য হলো। তথাপি সমস্যাৰ গুৰুত্ব লাঘৱ কৰাৰ প্ৰয়াসেৰে কলো—"মূল সমস্যাটোৱেই সমাধান হৈ গল যেতিয়া আনুষঙ্গিক সমস্যাৰ বিষয়ে সিমান ভাবিব লগীয়া নাই।" অৰূপে কলে, "মোৰ সমস্যা সমাধানত তোমাৰ সহযোগিতা আগ বঢ়োৱাৰ প্ৰতিশ্ৰুতি মোক দিয়া বিমল। প্ৰথমে ঘৰৰ সমস্যাটোকে সমাধান কৰি লব লাগিব। আঘোণত বিয়া পাতিবলৈ হলে আৰু ডেৰমাহ সময়হে আছে।"

দুয়োটাই ঘৰ বিচাৰি ওলাই গলো। চহৰখনত কেবাদিনো পাক দিয়াৰ পাছত শিলপুখুৰীত এটা ঘৰৰ সন্ধান পালো—অহা মাহত খালী হব। এটা ঘৰ মানে এটা কোঠা—কাষতে পাকঘৰৰ নামত চালি এখন। ভাৰা ৪০ টকা। ঘৰটো ভাল নহলেও পৰিবেশটো ভাল লাগিল। অপৰাজিতাক সন্দিকৈত পঢ়ালে অহা যোৱাৰ বাবেও ওচৰ হব। ৪০ টকা অগ্ৰিম দি বন্দৱস্ত পকা কৰি পেলালো। টকা কেইটামান থাবলৈ বিচাৰি গহনাৰ অৰ্ডাৰটোও দি দিয়া হ'ল। তেওঁলোকে ঠিক কৰা তাৰিখতেই বিয়া পাতিবলৈ নিৰ্দেশ দি অপৰাজিতা আৰু নিজৰ ঘৰলৈ অৰূপে চিঠি লিখিলে।

বিয়াৰ পোন্ধৰ দিনৰ আগতে এমাহৰ ছুটী লৈ অৰূপ ঘৰলৈ গ'ল আৰু মোক অন্ততঃ এসপ্তাহৰ আগতে যাবলৈ নিৰ্দেশ দিলে।

এসপ্তাহৰ আগতে যোৱাৰ সিদ্ধান্ত কৰিও শেষত মোৰ যোৱাটো নহলগৈ। সেই সপ্তাহতে প্ৰেছলৈ এটা নতুন মেচিন অহাত মালিকৰ নিৰ্দেশানুসৰি তাৰ স্থাপনৰ কামত ব্যস্ত থাকিব লগীয়া হ'লো। বিয়াৰ আগ দিনা কোনোৰকম অকণমান সময় উলিয়াই অৰুণলৈ ৮নং সংকেতত এখন টেলিগ্ৰাম কৰিলো। মনটো অতিশাস্ত হৈয়া লাগিল। কাম শেষ হোৱাৰ পিছত সকলো বৰ্ণাই অৰুণলৈ চিঠি লিখিলো। সি মোৰ দুৰৱস্থাৰ কথা বুজিলে আৰু তাৰ পাছতে বিয়া সুকলমে হৈ যোৱাৰ বাৰ্ত্তা বহন কৰা তাৰ দীঘলীয়া চিঠি পালো। অতি সোনকালেই সি সপৰিবাৰে ইয়ালৈ আহিব, গতিকে ঘৰটো চমজি লৈ প্ৰয়োজনীয় ব্যৱস্থাসমূহ মোকেই কৰিবলৈ সি নিৰ্দেশ দিলে।

ঘৰটো বাসোপযোগী কৰিবৰ বাবে প্ৰয়োজনীয় কামখিনি কৰিলো। অহাৰ দিনা সিহঁতক আগ বঢ়াই আনিবলৈ ষ্টেচনলৈ গৈছিলো। প্ৰথম সাক্ষাতত্তেই অপৰাজিতাই মোৰ লগত আন্তৰিকভাৱে কথা পাতিলে। মই তৰামতেই অপৰাজিতাক দেখি মনটো বেচ ভাল লাগিল।

অৱহেলিত অকণমান খেৰী ঘৰটো অপৰাজিতাৰ লখিমী হাতৰ পৰশত অনন্য হৈ উঠিল। অৰুণৰ অভাৱ-অনাটনৰ সংঘাতময় জীৱনটোলৈ নামি আহিল এক গভীৰ প্ৰশান্তি; সেই প্ৰশান্তিৰ কিঞ্চিত আভাই মোৰ নিঃসঙ্গ জীৱনটোও ছুই গ'ল। অপৰাজিতাহঁতৰ সুখী সাংসাৰিক জীৱন নিচেই কাষৰপৰা চাই উপলব্ধি কৰাৰ সুযোগ পাই মোৰ ভাল লাগিছিল। অপৰাজিতাৰ সংগ্ৰামী মন আৰু উচ্চ শিক্ষাৰ প্ৰতি থকা আগ্ৰহে মোক আপ্লুত কৰিছিল। সময় অসময়ৰ কথা নভবাকৈ প্ৰেছৰ কামৰপৰা আজৰি পালেই মই অপৰাজিতাহঁতৰ ঘৰলৈ আহিছিলো। অপৰাজিতাই সন্দিকৈ কলেজৰ প্ৰথম বাৰ্ষিকত নাম লিখাইছিল। ঘৰৰ যাৱতীয় সকলো কাম কৰিও পঢ়া-শুনা কৰিবলৈ সময় উলিওৱাৰ পৰা অপৰাজিতালৈ মোৰ অসীম শ্ৰদ্ধা জাগিছিল। আৰ্থিক অনাটনৰ বাবে বিয়া কৰাব নোৱাৰা, পৰিয়াল

পৰিজনবৰপৰা আঁতৰি থকা মোৰ বাবে অপৰাজিতাৰ সান্নিধ্য দিন বাগৰাৰ লগে লগে অপৰিহাৰ্য্য যেন অনুমান কৰিছিলো। প্ৰায় প্ৰতিদিনেই মই অপৰাজিতাৰ ঘৰলৈ আহিছিলো আৰু আন্তৰিকভাবে কথা পাতি ঘন্টাৰ পিছত ঘন্টা কটাই দিছিলো। অৰূপৰ অফিচৰ পৰা ঘূৰোঁতে প্ৰায়ে পলম হৈছিল। অপৰাজিতাৰ অকলশৰীয়া সময়-খিনি কটাবৰ বাবে মই সংগী হোৱাত অৰূপেও ভাল পাইছিল আৰু নিঃসংকোচে আবেলি ৬।৭ বজালৈকে বাহিৰত কটাব পাৰিছিল। অৰূপক ভাল পোৱাৰপৰা জীৱনৰ সকলোবোৰ কথাই অপৰাজিতাই মোৰ আগত কৈছিল আৰু এটি পবিত্ৰ মনৰ অৰূপক স্বামী হিচাপে পোৱাৰ বাবে গৌৰৱ অনুভৱ কৰাৰ কথা কৈছিল। অৰূপ আৰু অপৰাজিতাৰ বিয়া হোৱাত যে সিহঁতৰ দুয়োখন ঘৰেই সন্তুষ্ট হব পৰা নাছিল সেই কথাও মোক জনাইছিল। বিশেষকৈ অৰূপৰ ই. এ. চি. ভায়েক আৰু অপৰাজিতাৰ ককায়েক 'ছাপ্লাই ইন্সপেক্টৰ' অৱনে এই সম্পৰ্ক ভাল চকুৰে চোৱা নাছিল। অপৰাজিতাৰ ই.এ.চি. দেওৰেক অমিতাভে বৌৱেক-ককায়েক দুয়োকে অলপ হেয় চকুৰে চাইছিল; অৰূপ-অপৰাজিতাই ককায়েক-বৌৱেক হিছাপে পাব লগীয়া সন্মানৰণ বাচিবলৈও অমিতাভে কুণ্ঠাবোধ কৰিছিল। এইবোৰ কথা কৈ মাজে মাজে অপৰাজিতাই দুখ কৰিছিল যদিও সি কন্তেকীয়া আছিল।

প্ৰেছৰ কিছুমান এৰাব নোৱৰা কামৰ বাবে পোন্ধৰ দিনমান অপৰাজিতাহঁতৰ ঘৰলৈ যাব পৰা নাছিলো। অৰূপহঁতৰ অফিচত কাম কৰা দীপক চলিহা নামৰ কৰ্মচাৰী এজন অফিচৰ কামতে মই কাম কৰা প্ৰেছটোলৈ আহিছিল। অৰূপক লগ পাবলৈ যাওঁতে অফিচতে এদিন তেখেতৰ লগত চিনাকি হৈছিলো। কেষ্টবীলৈ গৈ তেখেতে মোক লগ ধৰি ক'লে—"কি খবৰ শৰ্মা? বৰুৱাৰ খবৰ লৈছেনে নাই?", মই বুজিব নোৱাৰি সুধিলো, "কোন বৰুৱাৰ কথা কৈছে?" তেখেতে ক'লে, "এতিয়া চিনিকে নোপোৱা হ'ল, এইবোৰকে কোলে 'কেয়াৰ ওৱেদাৰ ফ্ৰেণ্ড', আপোনাৰ বিশিষ্ট বন্ধু অৰূপ বৰুৱাৰ কথা

কৈছো।" "কি হ'ল তেওঁৰ?" "আজি সাত দিন হ'ল 'জন্দিচ'ত ভুগি শয্যাশায়ী হৈ আছে। তেখেতৰ ই. এ. চি. ডায়েক্তজনো বোলে ইয়ালৈ বদলি হৈ অহা ১৫ দিনমানেই হ'ল। তেখেতো বোলে ককায়েকৰ ভালৈ এদিনো অহা নাই। আজিকালি দেখিছো সংসাৰখন একেবাৰে বেলেগ হৈ গ'ল। ভাই-ককাই, বন্ধু-বান্ধৱ কাৰো ওপৰত আশা ৰাখিব নোৱাৰি।" কথা শেষ কৰি চলিহা গুচি গল: এনে বিপদৰ সময়তো অৰূপহঁতৰ খবৰ লব নোৱাৰাৰ বাবে বৰ বেয়া লাগিল।

কামৰপৰা গৈয়েই হাত মুখ ধুই অৰূপহঁতৰ ঘৰ বুলি ওলাই গলো। মই গৈ ঘৰ সোমোৱাৰ সময়ত অপৰাজিতাই বিচনাৰ কাষত কমকৈ লেম্প এটা জ্বলাই ধূপ-দানিত ধূপকাঠী এডাল গুজিছিল। অৰূপ নিশ্চল হৈ বিচনাত পৰি আছে, চকু, মুখ বিবৰ্ণ। মই সোমাই গৈ হেন্দেল ভগা চকীখনতে বহি পৰিলো। অৰূপে মোৰ ফালে চাই সক সকৈ ক'লে, "তুমি আহিছা? অসুখ হবৰ আজি সাত দিন হ'ল। চিকিৎসা চলিছে, ভাল হবলৈ কিছুদিন লাগিব। বৰ অসুবিধা হৈছে—দৰব-জাতি আনি দিবলৈকে-মানুহ নাই। জিতাৰ বাবেও চিন্তাহে লাগিছে আজি এসপ্তাহমান খোৱা-শোৱা বাদেই দিছে। চেহেৰা বেমাৰীতকৈ চাবহে হ'ল।" অপৰাজিতাৰ মুখলৈ চাই মই শিঞৰি উঠিলো। এটা স্বয়ার্ত্ত অপৰিচিত চেহেৰা। সদায় দেখা অপৰাজিতাৰ পৰিৱৰ্ত্তে অন্য কাৰবাক দেখা যেনহে লাগিল। কিছু সময় ঘৰটোত এক বীভৎস নীৰৱতা। আনদিনা আগ বাঢ়ি কথা কোৱা অপৰাজিতায়ো একো নকৈ মোক এৰাই যোৱাৰ চেষ্টাৰে পাকঘৰ নামৰ চালিখনত সোমাই কাম কৰাৰ অভিনয় কৰিলে। অপৰাজিতাৰ এনে ব্যৱহাৰত মোৰ কান্দিম কান্দিম যেন লাগিল। অৰূপেই আকৌ পুনৰ কলে—"তুমি একো নকৰিলেও জিতাক অকণমান বুজনি দি যোৱা বিমল, তেওঁ খোৱা-বোৱাটো এৰিলেই, প্ৰতিদিনেই ৰাতি পুৱাৰপৰা তুমি আহিবা আহিবা বুলি বাট চাই

শেষত গালি পাৰি পাৰি উচুপি থাকে। মই কওঁ, বিমলৰ নিশ্চয় কিবা বিশেষ অসুবিধা হৈছে, নহলে তেওঁ ইমানদিন নহাকৈ নেথাকে। কিন্তু ক'ত শুনিব ? মোৰ ভাইটোও ইয়ালৈ বদলি হৈ অহাৰ আজি পোন্ধৰ দিন হ'ল। অফিচৰে এজনৰ যোগেদি তালৈ ফোন এটাও কৰাইছিলো, সিও অহা নাই। তাৰ নহাৰ কথা কৈ কিন্তু জিতাই এদিনো বেজাৰ কৰা নাই। মানুহবোৰ দেখিছো নোপোৱাতকৈ পাই হেকওৱাৰ বেদনাত বেছি ভাগি পৰে।"

ইতিমধ্যে পাকঘৰত থকা জিতাৰ উচুপনি আমাৰ কাণত পৰিলহি, মই তেতিয়াও একো মাতিব নোৱাৰিলো। অৰূপেই কলে, "সেয়া শুনিছা নহয় ?" মই লাহেকৈ উঠি পাকঘৰলৈ সোমাই গলো। কেবাবাৰো মতাতো অপৰাজিতাই নামাতিলে। মোৰ মাত শুনি তেওঁৰ উচুপনি কান্দোনলৈ ৰূপান্তৰিত হ'ল। মই নিৰুপায় হৈ কাষতে থিয় হৈ থাকিলো। এনেতে গলিটোলৈ এখন মটৰ সোমাই আহি ৰৈ যোৱাৰ শব্দ শুনিলো। কোনোবা এজন গৰপ গৰপকৈ ভিতৰলৈ সোমাই আহিল। অৰূপৰ বিচনাৰ কাষলৈ আহি আগন্তুকে সুধিলে, "কেনে পাইছ ?" অৰূপে ক'লে, "ভাল পোৱা নাই।" আগন্তুকে পুনৰ ক'লে—"ভৰ্ত্তৰ অফিচৰ কোনোবা এটাই সিদিনা ফোন কৰিছিল। আহিবলৈ সময়কে কৰিব পৰা নাই, নতুন ঠাইলৈ আহিছো নহয়—সদায় এঠাইত নহয় এঠাইত পাৰ্টি আছেই।" আগন্তুকে গল্ডফ্লেকৰ পেকেটৰপৰা চিগাৰেট এটা উলিয়াই পেকেটটোত ঠোকৰ দুটামান মাৰি এক বিশিষ্ট ভঙ্গীত অগ্নি সংযোগ কৰি তৃপ্তিৰ টান এটা মাৰিলে। ইতিমধ্যে মই বাহিৰলৈ ওলাই আহিছো। অৰূপে আগন্তুকৰ লগত মোক চিনাকি কৰি দিয়াৰ অভিপ্ৰায়েৰে কলে, "এইটো মোৰ ভাই অমিতাভ, এখেত মোৰ বন্ধু বিমল।" তেওঁ মোৰ ফালে এবাৰ পিৰিকিয়াই ওপৰলৈ কুণ্ডলী পকোৱা ধোঁৱা কিছুমান এৰি দি সেইবোৰলৈকে চাই থাকিল। মই হাত দুখন নমস্কাৰৰ ভঙ্গীত দাঙিব খুজিও নমাই আনিবলৈ বাধ্য হলো। অৰূপেই পুনৰ কলে "থিয়হিয়েই

থাকিলি যে বহ।" "নাই নবহোঁ। এঠাইত নিমন্ত্ৰণ আছে।" ভিতৰত অপৰাজিতাই ভেতিয়াও উচুপিয়েই আছিল। অমিতাভে ককায়েকৰ কাণে চাই কলে, "যাওঁ"। মোৰ কাণে চাই ক'লে। "আপুনি অকমান মোৰ লগত আহকচোন।" মই পাছে পাছে খোজ চলালো। গাড়ীখনৰ দুৱাৰখন মেলি ষ্টিয়েৰিং ভালত হাত এখন থৈ অমিতাভে ক'লে— "আপোনাৰ এনেধৰণৰ ঘনিষ্ঠতা মই পছন্দ নকৰোঁ। আপোনাৰ আৰু অপৰাজিতাৰ বিষয়ে মই বহুত কথাই শুনিছো। বেমাৰী খবৰ কৰাৰ ছেলু লৈ আপোনালোকে কি লীলা কৰে আজিতো নিজ চকুৰেই দেখিলো ভবিষ্যতে আপোনাক ইয়ালৈ নাহিবলৈ সতৰ্ক কৰি দিলো। খবৰ লবলৈ অৰুণৰ আপোন মানুহৰ অভাৱ হোৱা নাই।" অমিতাভ গুচি গ'ল। মই চকুৰে এক্কাৰ দেখি তাতে কিছু সময় থৈ থাকিলো। ঘূৰি গৈ অৰুণৰ ওচৰ পোৱাত অমিতাভে মাত্তি নি মোক কি সুধিলে জানিব খুজিলে। এনে একন দেৱতুল্য ককায়েকৰ পিশাচ প্ৰকৃতিৰ ভায়েক এটা থাকিব পাৰে বুলি কল্পনাই কৰিব পৰা নাছিলো। অসুস্থ অৰুণৰ মানসিক সংঘাত নবঢ়োৱাৰ মানসেৰে কলো, "তোমাৰ চিকিৎসাৰ কথা সুধিছিল। কিবা প্ৰয়োজন হলে খবৰ দিবলৈ কৈ গৈছে।" অৰুণে এটা সন্তোষৰ হাঁহি মাৰি কলে, "হাজাৰ হলেও সি মোৰ সহোদৰ ভাই। আমাৰ দুয়োটাৰে দেহত একে ৰক্তকণিকা প্ৰবাহিত।" অপৰাজিতাই টানকৈয়ে কলে, "আমাক কাৰো সহায় নালাগে। মই অকলেই সকলো কৰিব পাৰিম।" সেইদিনাৰপৰা সদায় খবৰ লোৱাৰ প্ৰতিশ্ৰুতিৰে তেওঁলোকৰপৰা বিদায় লৈ গুচি আহিলো।

পাছদিনাৰপৰা পুৱা বেলাতেই গৈ বজাৰ সমাৰ কৰি দিবলৈ ধৰিলো। অমিতাভে কোৱা অপমানসূচক কথা কেইষাৰ সদায় মনত পৰিছিল। কিন্তু অমিতাভৰ বাবেতো আৰু মই নৈতিক কৰ্ত্তব্য বিসৰ্জন দিব নোৱাৰোঁ।

এনেদৰে পাছত কাৰৰ সময় সলনি হোৱাৰ বাবে পুৱা যাবলৈ সময় নোপোৱা হলো। গধুলি আজৰি পালেও অমিতাভৰ

মুখামুখি হব লাগে বুলি যাবলৈ সাহস নহয়। মই খবৰ কৰি থকা সপ্তাহটোত অৰণ্যে অমিতাভ এদিনো অহা নাছিল। পাঁচ দিন নোযোৱাৰ পাছত অপৰাজিতাৰপৰা এখন চিঠি পালো—সেইদিনা ৰাতি ভাত খোৱাকৈ মোক মাতিছে। অৰূপৰ কিছু ভাল হোৱা বুলিও লিখিছে। অৰূপৰ ভাল হোৱাৰ বাতৰি পাই ভাল লাগিল। ভাত খাবলৈ নগলেও এনেয়ে এপাক মাৰিম বুলি ভাবিছিলো। যদিও বিশেষ জৰুৰী কামৰ বাবে অভাৰ টাইম কৰিব লগীয়া হোৱাত যাব নোৱাৰিলো। পাছ দিনা গধূলিহে যাবলৈ সময় কৰিব পাৰিলো। গৈ পোৱাৰ লগে লগেই অপৰাজিতাই মোক বহুত কথাই শুনাই দিলে। সকলো কথা প্ৰতিবাদ কৰি প্ৰত্যুত্তৰ দিয়াৰ কথা ভাবিও একো কব নোৱাৰি মই মনে মনে থাকিলো। বকি বকি আমনি লাগি অপৰাজিতা শান্ত হ'ল। অৰূপৰপৰা জানিব পাৰিলো যে তেতিয়ালৈকে অমিতাভ এদিনো খবৰ লবলৈ অহা নাই, নতুন ঠাইত কাম বেছি হোৱাৰ কাৰণেই আহিব পৰা নাই কিজানি বুলি অৰূপেই ক'লে। মনতে ভাবিলো ডিনাৰ, পাৰ্টি, চুৰট, তাচ আৰু আড্ডা দিয়াই যিবিলাক তথাকথিত সম্ভ্ৰান্ত অফিচাৰৰ প্ৰধান কাম তেনে অফিচাৰ অমিতাভৰ নিম্নথাপৰ কেৰাণীৰ চাকৰি কৰা কৰ্কায়েক অৰূপৰ খবৰ লবৰ সময় ক'ত—প্ৰয়োজনেই বা কি? অৰূপে অপৰাজিতাক উদ্দেশি কলে: "জিতা, আজিয়েইগোন বিমলক তুমি ভাত খুৱাই পঠাব পাৰা।" মই ক'লো, "নাই, মোৰ সময় নহব।" অপৰাজিতাই কঠোৰভাবে ক'লে—"নালাগে, দৰ্কাৰ নাই। মানুহ যে এনেকুৱাকৈ সলনি হৈ যাব পাৰে কল্পনাই কৰিব নোৱাৰি।" অপৰাজিতাক সান্ত্বনা দিয়াৰ অভিপ্ৰায়েৰে ক'লো, "তুমি অৱস্থাটো বুজাৰ চেষ্টা কৰাচোন"। অপৰাজিতাই টপৰাই ক'লে,—"বুজালেহে বুজিম।" অৰূপৰ আগৰ কথাবিলাক কবলৈ অলপ বেয়া লাগিল। মই ক'লো—"অলপ পদূলিলৈ ওলাই যাবা নেকি?" "যাব পাৰোঁ" বুলি অপৰাজিতা ওলাই আহিল। জপনাখনৰ ওচৰতে থিয় হৈ মই কলো—"তোমালোকৰ

ঘৰলৈ এইদৰে আহি থকাটো আনৰ ভাল নালাগিবও পাৰে।" অপৰাজিতাই ক'লে, "আনৰ কথাৰ প্ৰয়োজন নাই। আমাৰ ভাল লাগিছে সেয়ে যথেষ্ট।" মই ক'লো, "অকল তোমাৰ বা তোমালোকৰ ভাল লগাই যথেষ্ট হব নোৱাৰে।" অভিমানৰ সুৰত অপৰাজিতাই ক'লে, "অ তাৰ মানে আপোনাৰ ভাল নালাগে। আগতে লাগিছিল। এতিয়া হয়তো ভাবিছে—আমাৰ ইয়ালৈ আহিলে টকা পইচাহে খৰচ কৰিব লাগিব। প্ৰয়োজন নাই। আপোনাৰ পৰিবৰ্ত্তনলৈ লক্ষ্য কৰিয়েই আপুনি খৰচ কৰা সকলো টকাৰ হিচাপ ৰাখি থৈছো। ছুটী গ্ৰাণ্ট হৈ আহিলে দৰমহা পালেই সকলো দি দিম। আপোনাৰ দয়া বা পুতৌৰ প্ৰয়োজন নাই।" মোৰ গালত কোনোবাই সজোৰে চৰ মৰা যেন লাগিল। স্থান কালৰ কথা পাহৰি মই চিঞৰি দিলো— "অপৰাজিতা, তুমি, তুমি এইবোৰ কি কৈছা?" মহানগৰীৰ ব্যস্ততাৰ মাজত কোনেও আমাৰ চিঞৰলৈ কাণ দিয়াৰ প্ৰয়োজন বোধ নকৰিলে। সেই মুহুৰ্ত্ততে গাড়ীৰপৰা নামি কুঁ কুঁৱাই অমিতাভ সোমাই আহিল আৰু মোলৈ চাই গৰ্জি উঠিল—"Scoundrel, তোক ইয়ালৈ নাহিবলৈ সাৱধান কৰি দিছিলো নহয়।" ৰূপনাথন খুলি গলিটো পাৰ হৈ ৰাজআলিত উঠিলোহি। অমিতাভৰ গাড়ী সজোৰে মোৰ কাষেদি পুনৰ পাৰ হৈ গ'ল। থলংপলংকৈ মাতালৰ দৰে আহি কোনোমতে ঘৰৰ বিচনাত আশ্ৰয় ললোহি। মোৰ এনেহে লাগিছে যেন গোটেই পৃথিবীখনেই এই মুহুৰ্ত্ততে ভূমিকম্পত ধূলিসাৎ হৈ যাব।

উৰ্হিলি যোৱা পুঁজিবাদী সমাজ-ব্যৱস্থাই মানুহৰ স্বাভাৱিক সম্পৰ্ক ব্যক্তিগত লাভ-লোকচানৰ ঠেক গণ্ডীলৈ টানি আনি মৰিমূৰ কৰাৰ জলন্ত নিদৰ্শন মই আগেয়েও দেখিছো। সেয়ে, তেনে ধ্যান-ধাৰণাকে সাৰটি থকা অমিতাভে ভুল বুজাৰ বাবে মোৰ কোনো খেদ নাই। ফ্ৰয়ডীয় দৰ্শনৰ তবল অধ্যয়নেৰে মানৱ-মনক বুজি পোৱাৰ ভুৱা প্ৰচেষ্টা চলোৱা আৰু তিনাৰ পাৰ্টিত পৰনাৰীৰ সান্নিধ্যেৰে জীৱন ধন্য বুলি ভবা এইদল মানুহে যৌন সম্পৰ্কৰ বাহিৰে নাৰীৰ লগত পুৰুষৰ আন সম্পৰ্কৰ কথা কল্পনা কৰিব নোৱাৰে বুলি মই জানো। কিন্তু……অপৰাজিতা……?

# গৃহত্যাগী

মানুহজনৰ লগত বেয়া হোৱাৰ অকণো ইচ্ছা নাছিল। নিজ স্বাৰ্থৰ কাৰণপৰা লক্ষ্য কৰিলেও ইয়াৰ দ্বাৰা মোৰ অপূৰণীয় ক্ষতি হ'ল। আজিকালি মোৰ কি হৈছে কব নোৱাৰোঁ। কৰোঁ বুলি ভবা কাম-বিলাক কেতিয়াও কৰা নহয়—আনহাতে নকৰোঁ বুলি স্থিৰ সিদ্ধান্ত লৈ থকা কামো শেহান্তৰত কৰ নোৱৰাকৈয়ে কৰি পেলাওঁ। মোৰ এনে মানসিক পৰিবৰ্তনৰ কথা ভাবি কেতিয়াবা কেতিয়াবা নিজেই বিস্মিত হৈ যাওঁ। কেতিয়াবা আকৌ নিজকে মানসিক ৰোগাক্ৰান্ত বুলি ভাবিবৰ মন যায়। অৱশ্যে মানসিক ৰোগৰ লক্ষণসমূহৰ বিষয়ে মোৰ পৰিষ্কাৰ ধাৰণা নাই। আজি ছবছৰ মানৰপৰা প্ৰায়েই মোৰ খং উঠি থকা হৈছে। গুৱাহাটীলৈ আহি স্বভাৱৰ পৰিবৰ্তন হৈছে বুলি ভাবিছিলোঁ যদিও এয়া মোৰ ভুল ধাৰণা। মোৰ এই খিং-খিঙীয়া স্বভাৱৰ বাবে উত্তৰে হব পৰা বিপদৰ আশংকাত মা-দেউতা সন্ত্ৰস্ত হৈ উঠাৰ কথা মই পাহৰা নাই। মোৰ অলক্ষিতে তেওঁলোকে এইবিলাক কথাৰ আলচ কৰা মই কেইবা দিনো শুনিছোঁ। তেওঁলোকৰ আলচ শুনা প্ৰতিটো দিনেই মই স্বভাৱৰ পৰিবৰ্তন সাধিবলৈ প্ৰতিজ্ঞাবদ্ধ হৈ বিফল হোৱাৰ কথাও মোৰ ভালকৈয়ে মনত আছে। ভাই-ভনী কেইটাই মোৰ এই পৰিবৰ্তনৰ বাবেই শেহত মোক এৰাই ফুৰা হৈছিলগৈ। আনকি ভাত-পানী বাঢ়ি মায়ে মোক খাবলৈ মাতিবলৈ কোনোবা এটাক পাচিলেও সিহঁত মোৰ ওচৰলৈ নাহে। ভাত খাবলৈও মায়ে শেষত মোক নিজেই মাতিব লগা হয়। মই কোঠাৰ-পৰা ওলাই ভাত খাবলৈ যাওঁ যাওঁ মানেই সিহঁতে খোৱা শেষ কৰি হাত-মুখ ধোৱে। অথচ আজি কিছু দিনৰ আগতে সিহঁতে মোৰ লগত খাব-শুবলৈ নাপালে কন্দা-কটা লগাইছিল। মই ইউনিভাৰচিটিত পঢ়ি থকালৈকে ঘৰলৈ আহিলে পাল পাতি সিহঁতক

মোৰ লগত শুৱাব লগা হৈছিল ; খোৱাবতো কথাই নাই। বস্তুত আহোঁতে মই কেতিয়াবা কাৰোবাৰ ঘৰলৈ ফুৰিবলৈ গৈ অথবা আমাৰ ঘৰৰ কাষৰ "পূৰেকণ সংঘ"ৰ দ্বাৰা প্ৰতিষ্ঠিত লাইব্ৰেৰিত খেল-ধেমালি কৰি বাতি পলম কৰোঁ ; সিহঁত এটায়ো ভাত নাখাই টোপনিয়ে মুদাই নিয়া চকু বহলকৈ মেলি মোৰ কাৰণে বৈ থাকে। মা-দেউতাই টান কথা কৈও সিহঁতক ভাত খাবলৈ সন্মত কৰাব নোৱাৰে। কিন্তু আজি এই অলপ দিনতে এনে আকস্মিক পৰিবৰ্তন কেনেকৈ সম্ভৱ হ'ল মই কব নোৱাৰোঁ।

স্কুলত পঢ়াৰেপৰা মই সৰবৰহী ছাত্ৰ আছিলো। লৰা-ছোৱালীয়ে একে লগে পঢ়া স্কুলখনত লৰা-ছোৱালী প্ৰত্যেকেই মোৰ সান্নিধ্যৰ বাবে আগ্ৰহ প্ৰকাশ কৰিছিল। আনকি শিক্ষকসকলেও মোৰ লগত কথা-বাৰ্তা হৈ সুখ অনুভৱ কৰিছিল। কলেজ আৰু ইউনিভাৰ্চিটিটো মোৰ সংগ-সুখ স্পৃহনীয় হৈ উঠা কথাৰ সাক্ষ্য বহুতে নিজৰ বহুমূলীয়া সময় আৰু টকা খৰচ কৰিবলৈ ব্যগ্ৰ হৈ উঠাটোৱেই। কিন্তু আজি নিজৰ ভাই-ভনী কেইটায়ো মোৰপৰা আঁতৰি থাকিব পাৰিলেই বক্ষা পোৱা যেন দেখুওৱা হ'ল।

এম. এ. পৰীক্ষা দি উঠাৰ পাছতেই যি অন্তহীন চাকৰি বিচৰা পৰ্ব আৰম্ভ হ'ল তাৰ শেষ ক'ত ? কলেজ স্কুল অফিচ য'তেই খালী থকা বুলি জানিব পাৰিলো তালৈকে আবেদন কৰিলো। ওচৰতে থকা বৰকেম্পানীৰ ঘৰলৈ গৈ 'আসাম ট্ৰিবিউন'ৰ দ্বিতীয় পৃষ্ঠাৰ বিজ্ঞাপন চুকি আনি কিমান ঠাইলৈ যে দৰ্খাস্ত দিলো তাৰ হিচাপ দিয়া অসম্ভৱ। ট্ৰেজাৰি চালান, ইন্টাৰভিউ দিবলৈ যাবলৈ টকা বিচাৰি অভাৱগ্ৰস্ত দেউতাক যে কিমানবাৰ বিৰক্ত কৰিলো তাৰ হিচাপ মই দিব নোৱাৰিম।

চাকৰি পাম পাম বুলি আশা পালি থাকোঁতেই পৰীক্ষাৰ খবৰ ওলাল। মই দ্বিতীয় শ্ৰেণীৰ নৱম স্থান লৈ এম.এ. পাছ কৰাৰ বাতৰি খবৰ কাগজত প্ৰকাশ হ'ল। বন্ধু-বান্ধৱ, শুভাকাংক্ষীয়ে অভিনন্দন

অনোৱাৰ লগতে চাহ খুৱাবলৈ জুমুৰি দি ধৰি মোক আকৌ এবাৰ বিৰক্ত কৰিলে। চাকৰি নোপোৱাৰ বেদনা দিনচেৰেকৰ বাবে পাহৰি গ'লো। মা-দেউতা, ভাই-ভনী কেইটাবো আনন্দৰ সীমা নাই। প্ৰথম সন্তানক সাম্প্ৰতিক শিক্ষাৰ উচ্চতম ডিগ্ৰীটোৰ অধিকাৰী কৰিব পাৰি দেউতাৰ মন সাধনাত সিদ্ধি লভাৰ পুলকেৰে পুলকিত। নহৰইবা কিয়? এম. ভি. পাছ কৰিয়েই বাল্য শিক্ষাৰ যৱনিকা পেলাই দেশৰ নিম্নতম বেতন ভোগী প্ৰাইমাৰী শিক্ষক হোৱা দেউতাৰ এয়া কৃচ্ছ্ৰ-সাধনৰ জ্বলন্ত নিদৰ্শন।

নতুন উদ্যমেৰে পুনৰ কিছু দিন চাকৰি বিচৰাৰ কছৰৎ চলিল। কিন্তু সেই একেই অৱস্থা। কাৰো ক'তো সঁহাৰি পাবলৈ নাই। শিক্ষা প্ৰতিষ্ঠান তথা চৰকাৰী চাকৰিৰ আশা পৰিত্যাগ কৰি ওচৰে-পাজৰে থকা শিল্প-প্ৰতিষ্ঠান কেইখনৰ, বৰমূৰীয়া / মালিকৰ লগত যোগাযোগ কৰিলো। কনষ্ট্ৰাকচন কম্পেনী এটাৰ বৰমূৰীয়া এজনে মৌখিক তাৰিখ এটা দি নিৰ্দিষ্ট সময়ত দেখা কৰিবলৈ ক'লে। লিখিত নহয় যদিও সেয়াই ইণ্টাৰভিউৰ তাৰিখ বুলি ঠিৰাং কৰি মোৰ সকলো প্ৰমাণ পত্ৰ লৈ যথা সময়ত তেখেতৰ ওচৰত হাজিৰ হ'লোগৈ। প্ৰথমতে তেওঁ মোক চিনি নোপোৱাৰ দৰে কথা কোৱা দেখি মোৰ মন ভাগি গৈছিল। তেওঁ যে মোক সেই তাৰিখৰ সেই সময়ত মাতি পঠাইছিল সেয়া ক'লত তেওঁ মোক চিনি পালে। যি কোনো এটা চাকৰিত মকৰল কৰিবৰ বাবে নিবেদন জনাই ইংৰাজীতে লিখা দৰ্খাস্তখনৰ লগতে মোৰ অন্যান্য সকলো প্ৰমাণ-পত্ৰৰ নকল গাঁথি দিয়া আছিল। মোৰ কাকত-পত্ৰবোৰ পঢ়ি তেওঁ আধা ঘণ্টামান কটাই দি হিন্দীতেই কথা আৰম্ভ কৰিলে,

: আপকো চৱ চাৰ্টিফিকেট মইনে দেখ চুকা। বিয়েলি ইউ হেভ দান ওৱেল ইন অলমষ্ট অল অফ ইঅ'ৰ একজাম। স্পেচিয়েলি ইন দা ভাৰ্ণাকুলাৰ ছাবজেক্ট। আপ কেইসে লোগ, জো জকল জকল কৈ বা কৈ বিভালয় মে নোকৰি লেনা চাহিয়ে।

: বহুত জেগামে কৌছিহ কৰকে ভি যুৱকো কহি বিস্তালয় পৰ নৌকৰি নহি মিলা বলকে আপকো পাহ আয়া।

: লেকিন হমভি মজবুৰ হেই। আপকো ইঞ্জিনীয়াৰিং ডিগ্ৰী ৰহনেছে কুছ বাট নাহি থা। ভাৰ্ণাকুলাৰ কা বদল ঔৰ কৈ হৰজেং কটমে আপকা মাষ্টাৰ ডিগ্ৰী ৰহনেছে ভি হেড অফিচ মে কুছ কৰ চেকতা। আপকে মাফি চাহনেছে বাগৰ অভি হামাৰা কৈ ৰাস্তাই নহি হেই।

মাণুহজনে কমা বিচৰাৰ পাছত মোৰ আৰু অনুৰোধ কৰাৰ কোনো বাটেই নৰল। অৰথা আমনি কৰাৰ বাবে বেয়া নাপাৰলৈ অনুৰোধ কৰি গুচি আহিলো। নিজ প্ৰদেশতে মাতৃ-ভাষাই পোৱা অপমানৰ বাবে পেটে পেটে ক্ষুণ্ণ হ'লেও বাস্তৱক অস্বীকাৰ কৰাৰ উপায় নাই। অসমীয়া বিষয়ত এম.এ. পঢ়াৰ বাবে মই নিজকে নিজে ধিক্কাৰ দিবলৈ বাধ্য হ'লো।

চাওঁতে চাওঁতে পলকতে এটা বছৰ পাৰ হৈ গ'ল। চৰম দাৰিদ্ৰ্যৰ গ্ৰাসত পৰি থকা ঘৰখনক সকাহ দিয়াৰ সামান্যতম অৱলম্বন এটাৰ ব্যৱস্থাও মই কৰিব নোৱাৰিলো। আদৰ্শ শিক্ষক দেউতা প্ৰায়েই খঙত ভিঙিৰি তুলা হৈ থাকে। মাৰ বাহিৰে ঘৰৰ সকলোৰে লগত মই কথা-বতৰা বন্ধ কৰি পেলালো—মানে সেয়া মোৰ অজানিতেই হৈ গ'ল। তেনে হোৱাটোৱেই স্বাভাৱিক। এয়া যে মা-দেউতা তথা সমগ্ৰ ঘৰখনৰ আশাভংগৰ বেদনাৰ বিকৃত প্ৰকাশ সেয়া বুজাত মোৰ অকণো অসুবিধা নহ'ল। মই যি কোনো চাকৰি এটা পোৱা হ'লেই আজি ঘৰখনৰ লগত মোৰ সম্পৰ্ক বেলেগ হৈ পৰিলহেঁতেন। দেউতাহঁতে মোক লৈ কিমান আকাশ কুসুম ৰচনা কৰিছিল। নিৰ্মম বাস্তৱৰ নিষ্ঠুৰ আঘাতত মই, মা-দেউতা, ভাই-ভনী প্ৰত্যেকেই জৰ্জৰিত। পৰিত্ৰাণৰ পথ মোক কোনে দেখুৱাই দিব? কথাবোৰ ভাবি ভাবি ৰাতি মোৰ প্ৰায়েই টোপনি নাহে। পিছ দিনা গোটেই দিনটো গা-মূৰ বিম-ঝিমাই থাকে। কেতিয়াবা কেতিয়াবা আত্মহত্যা

হোৱাৰ কথাও মনলৈ আহে। কিন্তু তেনে কাম চৰম কাপুৰুষালিৰ পৰিচায়ক বুলি কোনোমতে মনটো দমাই ৰাখোঁ।

মোৰ মনৰ এই অস্থিৰতাৰ উমান মা-দেউতায়ো বোধহয় পাইছিল। এদিন এটা নাভূত-নাশ্রুত প্ৰস্তাৱ মায়ে মোৰ আগত দাঙি ধৰিলে। দেউতাই হেনো মোৰ সৌৰৱণীখন কোনোবা এজন বিশিষ্ট জ্যোতিষীক দেখুৱাইছিল। সেই জ্যোতিষীয়ে কোনোবা এটা গ্ৰহৰ কোপদৃষ্টিত পৰা মোৰ গ্ৰহদোষ খণ্ডনৰ বাবে এজন দৈৱজ্ঞ বিপ্ৰক জলপান এটা খুৱাই কেইপদমান বস্তু দানৰ বিধান দিছে। সকলো-বিলাক যা-যোগাৰ ইতিমধ্যে দেউতাই কৰিছেই। কেৱল মই পাছ দিনা পুৱাই কাম কেৰা সমাধা কৰিব লাগে। মাৰ কথা শুনি মোৰ খণ্ডে মূৰৰ চুলি আগ পালেগৈ। তেনে কাম মোৰ দ্বাৰা ন'হব বুলি খাটাং সিদ্ধান্ত জনাই মই ঘৰৰপৰা ওলাই গ'লো।

ৰাতি বহুত পলমকৈ ঘূৰি দেখিলো—সেইদিনা মাৰ লগতে দেউতায়ো ছুছালৰ কাষত বহি মই অহালৈ বাট চাই আছে। মই ভিতৰ সোমোৱাৰ লগে লগে কৰ্কশ সুৰত দেউতাই ক'লে,

"এই মহাৰাতিলৈকে ক'ত মহলা মাৰি ফুৰিছগৈ। কালিলৈ তোৰ হৈ কিবা এফেৰা কৰিব খুজিছো। তই বোলে মাৰৰ আগত সেইবোৰ কৰিব নোৱাৰো বুলি কৈছ?"

"এইবোৰ কথাত মোৰ বিশ্বাস নাই।"

"তই বিশ্বাস নকৰিলেও আমাৰ আছে। এই বুঢ়া বয়সলৈকে আনৰ আৰ্জন খাই থকা মানুহৰ মুখত তেনেবোৰ বৰ কথাই শোভা নাপায়। আমাৰ খাই আছ যেতিয়া আমি যি কৰিবলৈ কওঁ তাকে কৰিব লাগিব। যা এতিয়া হাত-ভৰি ধুই শুই থাকগৈ।"

'নকৰোঁ' 'নকৰোঁ' বুলি মোৰ চিঞৰি দিবৰ মন গৈছিল যদিও দেউতাৰ চকু-মুখলৈ চাই একো মাতিব নোৱাৰিলো। খটপ খটপকৈ খৰমেৰে খোজ কাঢ়ি দেউতা শুবলৈ বুলি ভিতৰ সোমাই গ'ল। মাকে কিবা এষাৰ ক'ম বুলি ভাবিছিলো যদিও তেওঁ মোৰ কালে মূখেই

সুধুৰাদে। পৰিবেশটো কেনেবা কেনেবা লাগিল। নিজৰ শোৱা কোঠাত সোমাই সজোৰে দুৱাৰখন বন্ধ কৰি দিলো।

বিচনাত পৰিও মোৰ টোপনি নাহিল। বাৰে বাৰে মা দেউতাৰ পৰিবৰ্ত্তিত ব্যৱহাৰৰ কথাই মনৰ মাজত তোলপাৰ লগালেহি। মায়ে মোক আজি ভাত-পানী খোৱাৰ কথাও সুধিলে। দেউতাই আজি পোন প্ৰথমবাৰৰ বাবে তেওঁৰ উপাৰ্জন খোৱা বুলি মোক প্ৰকাশ্যে কথা শুনালে। কথাবোৰ ভাবি ভাবি মোৰ দুগালেদি চকু পানী বৈ আহিল। বাতি কেতিয়া মোৰ টোপনি আহিল কব নোৱাৰো।

পুহৰি পুহৰিতে সাৰ পাই দেউতাই দুৱাৰত টকিয়াই থকা শুনি উঠি আহি দুৱাৰ মেলিলোহি। অলপ কোমল সুৰত দেউতাই কলে,

"তাওৰ বাপ, সাউৎ কৰে গাটো তিয়াই আহগৈ। বাপুদেউ পালেহিয়েই।"

প্ৰতিবাদ কৰাৰ কোনো থলেই মই বিচাৰি নাপালো। বাধ্য ছাত্ৰৰ দৰে দেউতা আৰু বাপুদেউৰ নিৰ্দেশমতে কাম কৰি গ'লো। মোক দীঘলীয়া এজোলোকা আশীৰ্বাদ দি বাপুদেৱে বিদায় লোৱাৰ পাছত মায়ে মোক চাহ-জলপান দিলে। আগ দিনা তেওঁ মোক খোৱা-বোৱাৰ বিষয়ে একো নোসোধাৰ কাৰণটো কেতিয়াহে মই আবিষ্কাৰ কৰিলো। পূজাৰ শুভ কৰ্মকেবা কৰিবলৈ মই এবাতি লঘোনে থাকি পবিত্ৰ হৈ লোৱাটো প্ৰয়োজন। নিজে বিশ্বাস নকৰিও মা-দেউতাৰ সন্তুষ্টিৰ বাবেই মই এই কাম কৰিব লগা হ'লো।

ইমানবোৰ কৰাৰ পাছতো কিন্তু মোৰ কপালত চাকৰি নুজুটিল। মাজে মাজে ব্যবসায় কৰাৰ কথা মনলৈ আহিলেও তেনে কামৰ বাবে টকা-পইচা আৰু অভিজ্ঞতাৰ অভাব। কেৱল ডিগ্ৰীটো থাকিলেই ধন-বিত্ত নোহোৱাকৈ এটা ব্যৱসায়কে কৰিব পাৰি—সেয়া অকালদিঠি। কিন্তু ইয়াৰ প্ৰতি মোৰ আগবেশবাই অনীহা।

শেহাস্তবত নিৰুপায় হৈ ল পঢ়িবলৈ গুৱাহাটীলৈ অহাৰ সিদ্ধান্ত লৈ কথাটো দেউতাৰ কাণ চুৱালো। দেউতাই সেই মুহূৰ্ত্তত একো নামাতিলে। ৰাতি মাৰ লগত আলচ কৰিয়েই নেকি পিছদিনা পুৱা মই চাহ খাওঁতেই মোৰ ফালে নোচোৱাকৈ কলে।

"তই পঢ়িবলৈ যাওঁ বুলিছ হয়—টকা-পইচাৰ কি ব্যৱস্থা হব? মোৰ অৱস্থাটো দেখিছই। পা-পইচা যি আছিল আজি দুবছৰ তোৰ পঢ়াৰ খৰচ যোগাওঁতেই সাং হ'ল।" মই মনে মনে শুনি থাকিলো। অলপ বৈ দেউতাই পুনৰ কলে—"নাম লিখাবলৈ কিমান টকা লাগিব বাৰু?"

"এশমান হলেই হব।"

"তাৰ পিছতো আকৌ মাহে মাহে আগৰ দৰেই খৰচ লাগিয়েই থাকিব নহয়।"

"প্ৰথম এমাহমান চলিব পাৰিলে পিছত খৰচৰ কিবা এটা ব্যৱস্থা কৰিব পাৰিম। গুৱাহাটীলৈ গলে হয়তো সৰু-সুৰা চাকৰি এটাৰো ব্যৱস্থা হব।"

"মই ধান দুমোনমান বেচি কোনো প্ৰকাৰে তোৰ নাম লিখোৱা খৰচটো যোগাৰ কৰি দিম বাৰু, বাকী তই কি কৰ কৰিবি।...তই কাহানিমানলৈ যাওঁ বুলি ভাবিছ?"

"টকা যোগাৰ হলে কালিলৈকে যোৱাৰ কথা ভাবিছো।"

"বাৰু টকা মই আজিয়ে আনি দিম" বুলি দেউতা ওলাই গৈছিল, ৰাতি টকা এশ আনি মোক দিবৰ বাবে মাৰ হাতত দিছিলহি। পিছদিনা সেই টকা লৈ মই গুৱাহাটীলৈ বুলি ওলাই আহিছিলো। সহপাঠী বন্ধু কেইবাজনো চহৰতে চাকৰি কৰি থকা বুলি জানিও তেওঁলোকক নিবিচাৰিলো। কিতাপৰ দোকানৰ এজন পৰিচিত কৰ্ম-চাৰীৰ মেছত উঠিলোহি। এসময়ত ইউনিভাৰচিটিৰ ভাল ছাত্ৰ বুলি স্বীকৃতি পোৱা মই তেওঁ কাম কৰা দোকানখনৰপৰা বহুত কিতাপ কিনিছিলো। তেওঁৰ দোকানত নথকা দুই এখন কিতাপ আন

দোকানৰপৰা আনি দিও তেওঁ মোৰ চাহিদা পূৰণ কৰিছিল সেই সূত্ৰেই তেওঁৰ লগত বন্ধুত্ব গঢ়ি উঠিছিল। এটা কোৱাৰ্টাৰৰ চাবি থকা সক ঘৰ এটাত তেওঁ থাকে মোৰ আগমনত তেওঁ বিস্ময় মিশ্ৰিত আনন্দত পুলকিত হৈ উঠিল। তেওঁলোকৰ বাৰাণ্ডাত 'হল্ড অল' আৰু ট্ৰাংকটো নমাই থোৱা দেখি তেওঁ অধিক বিস্মিত হৈছিল। মোক বহিবলৈ বাহ-ভগা চকীখন আগ বঢ়াই দি হতবাক হৈ তেওঁ কথা আৰম্ভ কৰিছিল। মোৰদৰে এজন অভ্যাগত হয়তো তেওঁৰ কল্পনাৰ অতীত।

"দত্তবাবু! কি কথা—হঠাতে এইদৰে ওলালহি দেখোন?"

"এৰা হঠাতেই আহিলো। অলপ দিন থাকিব লাগিব। আপোনাৰ ইয়াত থকাৰ সুবিধা হব জানো?"

"আমাৰ ইয়াত আপুনি থাকিব? সচাঁকৈ?"

"অ' থাকিম বুলিয়েই আহিছো। আপুনি থাকিবলৈ নিদিয়ে যদি অৱশ্যে কথা বেলেগ।"

"তেনে কথা কিয় কয়" বুলি তেওঁ বিস্নায়ালাক ভাৰা দিবলৈ উদ্যত হোৱাত মই লৰালৰিকৈ উঠি গৈ ভাৰাটো দি বিস্নায়ালাক বিদায় দিছিলো।

তেওঁৰ লগত থকা আনজন মানুহ কিবা ঘৰুৱা লেঠাৰ বাবে অলপ দীঘলীয়া ছুটী লৈ ঘৰলৈ গৈছে—খালী হৈ থকা শোৱা খাট-খনতে মোৰ শোৱাৰ ব্যৱস্থা হৈছিল। মোৰ একো অসুবিধা নহ'ল। ভাত-আঞ্জা ভালেই হৈছিল যদিও খাবৰ সময়ত 'আমাৰ গৰীবৰ ঘৰত কি খাব' ইত্যাদি মন্তব্যেৰে তেওঁ বিনয় প্ৰকাশ কৰিছিল। সেইহেতে তাতে থাকিদ কলেজত নামটো লিখাই চাকৰিৰ অনুসন্ধানত ঘূৰি ফুৰিবলৈ ধৰিলো। দিনদিয়েকৰ পিছত—তেওঁৰ লগত থকা আনজন মানুহ ঘূৰি অহাত, মই তাৰপৰা যাব লগীয়া হ'লো। আনফালে চাকৰিৰ ব্যৱস্থাও তেতিয়ালৈকে হোৱা নাই। অলপ অসুবিধাতে পৰিছিলো। কিতাপৰ দোকানৰ কৰ্মচাৰীজনেই থাকিবলৈ ছিট এটা

মাহে দহ টকা ভাৰাত ঠিক কৰি দিলে। খোৱাৰ ব্যৱস্থা নাই—হোটেলত খাওঁ। চাকৰি বিচাৰি নিৰাশ হৈ বন্ধুজনকে কিতাপৰ দোকান, প্ৰেছ, য'তে হওক এটা চাকৰিৰ ব্যৱস্থা কৰি দিবলৈ ক'লো। কেইবাখনো কিতাপৰ দোকানে আশা দিও চাকৰি দিব নোৱাৰাৰ বাবে এদিন তেওঁক কৈছিলো—

"দাদ! এটা কথা নহয়; কিতাপৰ দোকানততো মোৰ চাকৰি নহলেই—আপোনাৰ চিনাকি প্ৰেছ এটাতে কিবা এটা ব্যৱস্থা কৰি দিয়ক। প্ৰেছবিলাকত কাম নজনা মানুহক বাৰু কিমান দৰমহা দিয়ে।"

"কাম নজনা মানুহক ৬০।৭০ টকাৰ বেছি নিদিয়ে। কিছুমান প্ৰেছত প্ৰথম শিকি থকা অৱস্থাত বিনা পইচাতে খটায়। সেইবিলাক কাম আপুনি কি কৰিব? তদুপৰি আপোনাক এম. এ. পাছ বুলি জানিলে নাৰাখিবও।"

"যতেই নহওক লাগে মোক চাকৰি এটা লাগেই। ৬০।৭০ টকা পালেও কোনো প্ৰকাৰে চলিব পাৰিম কিজানি।"

এতিয়া দেখিলো ডিগ্ৰীটো মোৰ বাবে গলগ্ৰহহে হ'ল গৈ। অথচ ইয়াৰ বাবে এসময়ত কিমান দিন জুৰি সাধ্য-সাধনা চলাইছিলো।...

দাসৰ পৰামৰ্শমতেই প্ৰবেশিকা পাছ কৰি ৰাতিৰ কলেজত পঢ়ি আছো বুলি প্ৰেছৰ চাকৰিত সোমালো। কিতাপৰ দোকানৰ কৰ্মচাৰী বন্ধু দাসক আমনি কৰি কৰি আমনি লগাৰ বাবেই টকা-পইচাৰ চুড়ান্ত অভাৱত ভুগিও তেওঁৰ ওচৰত হাত পাতিবলৈ ভাল নালাগিল। আনহাতে হোটেলত খাব লগীয়া হোৱাৰ বাবে নগদ টকাৰ অত্যন্ত প্ৰয়োজন হ'ল। এদিন কাম কৰিয়েই প্ৰেছৰ মালিকক কিছু আগধন বিচাৰিলো। মানুহজন বেয়া নহয় বাবেই প্ৰথম দিনাই মোক দহোটা টকা অগ্ৰিম দিলে। তিনি দিনতে মোৰ জেপ উদং হ'ল। আকৌ অগ্ৰিম খুজিলো—পালো। এইদৰে কিছু দিন পাৰ হ'ল। দিনত এসাজ ভাত আৰু ৰাতি চুখন বা তিনিখন শুকান ৰুটি।

চেহেৰা পৰি আছিল। খেদ নাই। মনত কিন্তু এটা কঠোৰ দৃঢ় সংকল্প। বেদনা পাহৰি থাকিবলৈ দুৰৱস্থাৰ মাজেৰে মহান হোৱা ব্যক্তিসকলৰ কথা মনত পেলাওঁ।

কিন্তু আজি হঠাতে দুৰ্ঘটনাটো ঘটি গ'ল। পইচাৰ অভাৱত ভাত নোখোৱাকৈ চাকৰি লৈ আহিছো। প্ৰেছৰ মেনেজাৰজনে কিবা কিবি কামত কেবা বাৰো বাহিৰলৈ পঠালে। শেষৰ বাৰ উপযাচিয়ে চাহ খাই আহিবলৈ আঠ অনা পইচা দিলে। চাহ-চিৰা খাই মোৰ পেটৰ জ্বালা দুগুণে চৰিল। মালিক প্ৰেছলৈ অহা নাই। মেনেজাৰকে অগ্ৰিমৰ বাবে অনুৰোধ কৰিলো। মোক অগ্ৰিম দিয়া খাটাখন উলিয়াই আনি ভালেমান সময় হিচাপ কৰি তেওঁ কলে, "মি. দত্ত, এই মাহত মই আপোনাক আৰু অগ্ৰিম দিব নোৱাৰিম। কাৰণ ইতি-মধ্যে আপোনাৰ অগ্ৰিম মূল দৰ্মহাতকৈ বেছি হ'লগৈ।"

লাজ-মান কাটি কৰি মই পুনৰ অনুৰোধৰ সুৰত ক'লো—"কিবা এটা উপায় দিয়ক ডেকা বাবু, মই বৰ বিপদত পৰিছো।"

"মালিকৰ বিনা অনুমতিত আপোনাক এতিয়া অগ্ৰিম দিয়াৰ কোনো ৰাস্তা নাই। আপুনি তেখেতৰ তালৈকে যা'ক।"

প্ৰেছৰ মেনেজাৰ ডেকা বাবুৱে দিয়া মালিকৰ ঘৰৰ অৱস্থানৰ বিৱৰণমতে মই তৎকালেই মালিকৰ ঘৰলৈ বুলি খোজ ল'লো। ঘৰটো উলিওৱাত বিশেষ অসুবিধা নহ'ল। গুৱাহাটী মহানগৰীৰ সেই বিশেষ অঞ্চলটো প্ৰায় সকলোৰেই পৰিচিত। ঠাইখনৰ পৰাই ডাঙৰ হৰফেৰে ইংৰাজীত লিখা মালিকৰ নাম-ফলক মোৰ চকুত পৰিল। বাৰাণ্ডাৰ পৰা কেইবাবাৰো কলিং বেল টিপাতো কোনো ওলাই নহাত অধৈৰ্য্য হৈ "আগৰৱালা বাবু," 'আগৰৱালা বাবু' বুলি চিঞৰিবলৈ ধৰিলো। কিয় জানো মানুহজনক হাৰ বুলি মাতিবৰ মন নগল। মোৰ চিঞৰ শুনি আগৰৱালা ওলাই আহিল। চুলি, কাপোৰ-কানি সকলো অসংযত, লগত এগৰাকী ষোড়শী গাভৰু। তেওঁৰ ভাৰীয়েই

নে পত্নীয়েই পেটৰ জ্বালাত মোৰ লক্ষ্য কৰাৰ ধৈৰ্য্য নাছিল। আগৰৱালাই কৰ্কশ মাতেৰে ক'লে,

"কি হ'ল দত্ত, আপুনি দেখোন একেবাৰে ঘৰ ওলালহি। মেনেজাৰে কিবা বিশেষ খবৰ পঠাইছে নেকি ?"

"নহয়, মোৰ কামতহে আহিছো।"

"কি কাম তোমাৰ ?"

এয়া প্ৰথমবাৰৰ বাবে তেওঁ মোক তুমি সম্বোধন কৰিলে। আগৰৱালাৰ চকুয়ে-মুখে বিৰক্তিৰ চিন ফুটি উঠিল। মই সানুনয়ে ক'লো—"মোক অলপ এডভান্স লাগিছিল "

"সময় নাই, অসময় নাই, খালি এডভান্স, এডভান্স। এইদৰে অৰাবতে ঘৰলৈ আহি মানুহক আমনি কৰিবলৈ তোমাৰ বেয়া লগা নাই। তোম'ৰ বাবে ধনৰ মোনা এটা লৈ মই ঘৰত বহি আছো বুলি ভাবিছা নেকি ?"

"নহয়, মানে বাধ্যত পৰিহে আমনি দিছো। পইচাৰ অভাৱত মই আজি দুপৰীয়াৰ সাজ ভাতো খাব পৰা নাই। আগৰৱালা বাবু, অলপ দয়া কৰক।'

'তুমি ভাত খাইছানে নাই সেই খবৰ ৰখাৰ মোৰ প্ৰয়োজন নাই। নিযুক্তি-পত্ৰত উল্লেখ থকামতে যদি তোমাক মাহ পূৰা হোৱাৰ পাছত দৰমহা নিদিওঁ তেতিয়া তুমি যি মন যায় কৰিবা। কিন্তু মাহটো পূৰা নোহওঁতেই এইদৰে এডভান্সৰ বাবে জুলুম দিবা কিয় ? মই তোমাৰ কোনো কথাই শুনিব নোৱাৰিম, তুমি ইয়াৰপৰা যোৱা।"

ভোকত থকা বাবেই নেকি—টিঙিচ কৰে মোৰ পুৰণা খংটো উঠি গ'ল কঠুৱা মাতৰে মই ক'লো – "আমাৰ নিচিনা গৰীব কৰ্মচাৰীৰ তেজ শুহিয়েই আপোনালোকৰ দৰে মালিকবোৰে বিলাসী জীৱন যাপন কৰাৰ সুবিধা পাইছে। আমিতো আৰু আপোনালোকৰ দৰে আৰামত থাকিবলৈ বিচৰা নাই। দুবেলা দুসাজ খাব পৰাকৈ আপোনালোকে আমাক টকা দিবই লাগিব।"

"বহু, বহু তোমাৰ ইতনা লম্বা কথা শুনিবলৈ মই প্ৰস্তুত নহওঁ। নৌকৰি কৰাৰ তোমাৰ মতলব নাই যদি কালি পুৱা মেনেজাৰৰপৰা হিছাপ লৈ যাবাহি"

'ৰাম অৱতাৰ, এই ৰামঅৱতাৰ, ইধৰ আও' বুলি মালিকে মতাৰ লগে লগে এজন লাঠিয়াল, দীঘলীয়া গোক থকা বিহাৰী চৌকীদাৰে আহি চালাম দিলেহি।

"চৌকিদাৰ, ইছ কম্বক্তকো অভি হমাৰা চৌহদ সে নিকাল দ', কথা শুনাৰ লগেই লগেই চকীদাৰে মোৰ কাণে চোঁচা লৈছিলেই, কিন্তু পুনৰ মালিকে কিবা কোৱাত সি কথালৈ কাণ দিলে।

"ঔৰ শুন, মেনেজাৰ চাহাবকো যাকে ব'লো আজ ইয়া কাল সবেৰে ইছকো হিছাপ চুকা কৰ বিদা কৰে। হমৰা প্ৰেছ মে কৈ পলিটিকেল লীডৰ কা জৰুৰৎ নহি।"

কথা কেইষাৰ কৈয়েই উচাট মাৰি আগৰৱালা ভিতৰ সোমাল। বিফল আক্ৰোশত মই ৰাবাওাত ৰৈ থাকোঁতেই মোচাল চৌকীদাৰে মোক গঁতিয়াই উলিয়াই আনিলে। চৌহদৰ বাহিৰৰ ডাঙৰ লোহাৰ গেটখনত এটা মস্ত তলা লগাই চৌকীদাৰ প্ৰেছৰ ফালে গ'লগৈ। কিংকৰ্ত্তব্য বিমূঢ় হৈ মই কিছু সময় ৰাজপথতে থিয় হৈ থাকিলো। পৃথিবীখন মোৰ ভৰিৰপৰা এবাই যোৱা যেন লাগিল। এতিয়া মই কেনি যাম? ঘৰলৈতো যাব নোৱাৰোঁৱেই। দেউতাই ধান বেচি যোগাৰ কৰি দিয়া টকা কেইটা এই দৰে পানীত পেলাই ঘৰত কেনেকৈ মুখ দেখুৱাম? মোৰ অজানিতে কোনোবা কাহানিতেই মই নিজৰ ঘৰতে আলহী হৈ গৈছো। এই বিশাল পৃথিবীখনত ক'তো এতিয়া মোৰ বাবে নিৰাপদ ঠাই অকণ নাই, মোৰ এনে দুৰৱস্থাৰ বাবে দায়ী কোন? মই? মোৰ মা-দেউতা? নে আন কিবা??

# খহনীয়া

ইটোৰ পিছত সিটোকৈ বিজুলী-ঢেৰেকনি মাৰি কলহৰ কাণেদি ঢলা বৰষুণজাক এই মাত্ৰ অলপ পাতলিছে। জহকালি যদিও, ফুটা চালেৰে সৰকি অহা বৰষুণৰ পানীয়ে তাৰ জাৰ লগাই দিলে; ঢাৰি-পাটীৰ কাষতে পৰি থকা এড়ীয়া চাদৰখনকে সি মূৰে গায়ে ঘুম মাৰি লব লগা হ'ল। ভাল সি ঘৰ সোমালহি। বাটতে এইজাকে পোৱা হ'লে—ফটা ছাতিটোৰে সৈতে কি বিলাই যে তাৰ নহ'লহেঁতেন। তাৰ ঘৰ মানে? ঘৰ-বাহিৰৰতো বিশেষ পাৰ্থক্য একো নাই। বৰষুণৰ পানীয়ে ঘৰৰ ভেটিত বোকা সুতুলিবৰ বাবে ঘৈণীয়েকে যে কিমান ঠাইত টিন, চৰিয়া পাতিছে—কিমান বাৰ যে সোপা-কানিৰে পানী টুকিছে, তাৰ ইয়ত্তা নাই।

সকধনে এনেয়ে এবাৰ বাহিৰলৈ চাই পঠিয়ালে। বাহিৰ-ভিতৰ সকলো তেতিয়া আন্ধাৰত প্ৰায় বুৰেই গৈছে। জিলিক-জিলিককৈ মৰা বিজুলীৰ পোহৰত অ'ত ত'ত ভোঙা বান্ধি থকা পানীবোৰৰ তিৰবিৰণীয়েহে মাথোন বাহিৰখন পোহৰাই ৰাখিছে।

সকধন যোৱাবছৰ খেতিৰ সময়তে মৌজাদাৰৰ ঘৰলৈ গৈছিল। আজিৰ মহেন্দ্ৰ মৌজাদাৰ একালত তাৰ লগৰীয়া আছিল। গুৱাহাটীলৈ কলেজত পঢ়িবলৈ যোৱাৰ আগতে মহেন্দ্ৰৰ লগত তাৰ বৰ হলি-গলি আছিল। মহেন্দ্ৰ তেতিয়া কংগ্ৰেছী ভলন্টিয়াৰ আৰু সকধন মহেন্দ্ৰৰ সহচৰ। এতিয়া মহেন্দ্ৰ হ'ল মৌজাদাৰ; সি অকল নামতেই নহয় সকলো বিষয়তে সৰু হৈ ৰ'ল। তাৰ মাটিডোখৰৰ খাজনা যোৱা বেলি বহাগতে দিব লাগিছিল, দিব নোৱাৰিলে। তৰ-খেতিৰ দিনতে মাটি নিলামত গ'ল। সি কৰই নোৱাৰিলে। এতিয়া গম পাইছে—সেই মাটি নিলামত তাৰ ককায়েকেই ডাকি

লগে। মহেন্দ্রই নীলামত দিয়াৰ আগতে তাক জনাব পাৰিলেহেঁতেন, ভাগ্য ভাল, আনৰ হাতত নপৰি মাটিডোখৰ তাৰ ককায়েকৰ হাতভে ৰ'ল।

ককায়েক বলেন্দ্ৰ, মহেন্দ্ৰ মৌজাদাৰ আদি গাঁৱৰ মুখিয়াল মানুহ কেইজনে আজি-কালি তাক চকু পাৰি দেখিব নোৱাৰে। তাতোকৈ নীহকুলৰ সকদৈক সি পলুৱাই অনাটোৱেই তাৰ অপৰাধ হ'ল। কিন্তু এসময়ত সেইসকলেই অস্পৃশ্যতা-বৰ্জনৰ ধ্বনি দিছিল। সি দুখীয়া মানুহ —নহলে ঘটনা এনে নহ'লহেঁতেন। জ্ঞান-বিশ্বাসত সি আজিলৈকে কাৰো একো অন্যায় কৰা নাই। এয়া তাৰ কপালৰ লিখন, পূৰ্বজন্মৰ পাপৰ ফল; মৌজাদাৰহঁত নিমিত্ত মাত্ৰ। হাইস্কুলৰ মাষ্টৰ ভাগিনীয়েক ৰমেনে তাৰ বৰ পুতেক নগেনৰ আগত এইবোৰ ধনীবোৰৰ অন্যায়-শোষণৰ পৰিণাম বুলি কলেই সি মানি লব নেকি? সি 'কমিনিচ' 'চমিনিচ' কাকো ভাল নাপায়। এইবোৰ চব মাহখোৱা বান্দৰ। যেই এবাৰ গাদীত বহিল, বছ হৈ গ'ল আৰু এনেয়ে জানো মানুহে কথাতে কয়—যেয়ে লংকালৈ যায় সেয়ে ৰাৱণ হয় অৱশ্যে তাৰমতে ওপৰৰজনে সকলো দেখি থাকে—লুকাই—ক'ত সাৰিবা?

চাকি এটা হাতত লৈ বৈণীয়েক সকদৈয়ে আহি কলেহি,

: ভাগৰ গুচিল নে? হাত-মুখ ধোৱা—এয়া মই পানী, গামোচা দিছো। বাপধনে কালি দি ধোৱা খৰি কোছা, তেনেই তিতিল। এনেকুৱা আচম্বিতে হুৰহুৰাই ৰৰষুণজাক আহিল—মই চপাওঁ মানে তিতি সাঙেই হ'ল। আথলৰ চাঙৰ খৰি কেইডলাও সান্দহ-চিৰা আৰ্জাৰ্তেই শেষ। কোনো ৰকমেহে মই পানীটোপা তপতাইছো।

: হৈছে হৈছে, লেকচাৰ মাৰিব নালাগে। মই এতিয়া কি কৰিব লাগে তাকে ক?

: ঐ আই, কথা এৰাৰো কব নোৱাৰি, এওঁৰ তমকটো উঠিলেই। এমাহলৈ বুলি লৈ তিনিমাহৰ মূৰত এতিয়া উধ্ধাৰ দিনাহে

ওলাইছাহি। নিজৰ ঘৰৰ চাল উদং—ইফালে হেনো ভাগিন-জোঁৱাইৰ বগলা সজাইছাগৈ। যেনেনে মোক সকলো খবৰ দি আছে।…

: তইঁত তিৰোতা মানুহবোৰ বৰ হিংসাকুৰীয়া অ'। লোকৰ সামাইন ভাল হোৱাও দেখিব নোৱাৰ।

. বাক বাক, সময়ত সকলো পৰমাণ ওলাই পৰিব। পিছে… ঘৰত গুৰ তেল একোৰে একোটো নাই—কাইলৈ বছৰেকৰ বিহুটোত মই ল'ৰা-ছোৱালী কেইটাক কি দিম ?

: এই বতৰত এতিয়া মই ছুই মাইল বাট কুৰি বাই কেঞা গোলালৈ গৈ গুৰ, তেল আনিবগৈ নোৱাৰোঁ। ল'ৰা-ছোৱালীমখা গ'ল কলৈ ?—হাইজাত মৰিল নেকি ?

: উস বাম, কি যে আপদীয়া কথাবোৰ মুখলৈ আনিছে।… স্কুলত কিবা এছেকাই নে চেছেক'ইৰ মিটিং থকা বুলি ভাণ্ডৰ ছুটা কালিয়েই গ'ল। সক হালৰ গাত বিহু লাগিছে, কোনে কি নতুন কাপোৰ ললে তাৰ হিছাপ দি মোৰ কাণ ঘোলা কৰিছে। তুমিতো বঙা চকু দেখুৱায়ে সকলো দাই সাৰা। বাপেকীটো হৈ ল'ৰা-ছোৱালাৰ মনা খবৰ এধানিকে নাৰাখিলে কেনেকৈ হয় ?

: এই, মই সদায় তোক পুতেৰইঁতক সেইবোৰ মেল-মিটিঙত লাগিবলৈ মনা কৰিবলৈ কৈ থাকোঁ—অথচ তই একো এষাৰ নামাত। এইবোৰ হৈছে ককাইদেউইঁতৰ দৰে ভাণ্ডৰ মানুহৰ কাম। আমাৰ দৰে খাবলৈ নোপোৱাবোৰে মেল মাৰি কুৰাৰ দৰ্কাৰ কি !

: তুমিনো নিজে পুতেৰাইঁতক বাৰণ নকৰা কিয় ?

: মই নিজে কবলৈ হ'লে একেবাৰে কুৰুক্ষেত্ৰ হৈ যাব, তেতিয়া আকৌ তয়ে বেজাৰ পাবি।

দুবৈৰণৰা চিঞৰি চিঞৰি আইজনী আক সকৰাণ সোমাই আহিল।

: আই, পিতাই আহিল নে নাই ? বিহুৰ কাপোৰ চৰবে আনিলে…

বাপেকক দেখাৰ লগে লগে তাহাঁতৰ মুখৰ মাত হৰিল।

চাৰি-পাচীতে পোন হৈ বহি সকৰনে আকৌ ভাবিবলৈ ধৰিলে।

ইহঁতক বিহু বুলি কিবা একো একোটা দিয়াটো ভাল হ'ব। গামোচাকে একোখন দিবলৈ সুতাৰ যোগাৰ দিবলৈ সি ধৰতেই নাই। সকদৈয়েনো আৰু কিমান সহিব। তাৰ লগত সংসাৰ কৰাৰপৰা তাই কেৱল দুখহে ভুগিছে। নীহকুলীয়া বাবে তাইতো তালৈ আহিব খোজাই নাছিল। সিহে জোৰকৈ আনিলে। তাই তালৈ নাহিলে সি তেতিয়া আপোনযাতী হোৱাৰ কথাই ভাবিছিল। এতিয়া সি সেই বুকুৰ জীউজনীকে কথাই কথাই কেতেবা মাৰে। কি দিন কি হৈ গ'ল।

মনলৈ অনুশোচনা অহাৰ লগে লগে সি বৈণীয়েকে থৈ যোৱা লোটাটো লৈ চকু-মুখ ধুলেগৈ। পাকঘৰত গুৰ একেলেকেৰে লৈতে কিকা চাহ এবাতি যতনাই সকদৈয়ে তাৰ বাবেই উৎকণ্ঠাৰে বৈ আছে। ল'ৰা-ছোৱালীহালে ঠেন-ঠেনাই মাকক দিগ দি আছে।

চিৰা দুটামান মুখত লৈ চাহৰ বাতিটোত শোহা মাৰি পাৰ্থ্যমানে মাতটো মিহিকৈ (বাপধনৰ জন্মৰপৰাই বৈণীয়েকক মিহি মাত দিবলৈ সি পাহৰিছেই) সকধনে কলে,

: হঁয়েৰ আইজনীৰ মাক, কি হৈছে—ইহঁতক কি লাগে নিদিয় কিয়?

: কৰপৰা দিম? ইহঁতকো তোমাক দিয়াৰ দৰে গুৰেৰে চিৰা লাগে। গুৰ যিকেৰি আছিল তোমাকে দিলো।

: আহ সকবাপ, এইখিনিকে খাহি।

: নালাগে, তোৰ ভাগৰখিনি নেখাং।

: আহ অ' এইটো—মই তহঁতৰ বিহুৰ চোলা আনিবলৈ যাম নহয়।

বিহুৰ চোলাৰ নাম লনত সকবাপ আহি সিকি এটাৰ আন্দাজৰ গুৰ চিকট বুটলি ললেহি।

: হোঁ, এই চিৰাৰ বাতিটোও নে—মোৰ এতিয়া খাবৰ মন যোৱা নাই।

ফিকা চাহব বাত্তিটোত শেষ শোহাটো মাৰি অৱশিষ্টকণত হাতৰ আঙুলি কিটা তিয়াই সকধন উঠি আহিল। ল'ৰা-ছোৱালীহাল পাক-ঘৰত থাকোঁতেই মাকো লগে লগে ওলাই আহি কলেহি,

: আজি দেখোন সক পুত্তেকলৈ বৰ চেনেহ।

কৃত্রিম ভেকাহি মাৰি সকধনে কলে,

: চুপতি মাৰি থাকিব নালাগে—দোকানৰপৰা কি ক'ত আনিব লাগে যতন উলিয়াই দে।

: আজি গোটেই দোকানখনকে তুলি আনিবা নে কি? চহৰীয়া ভাগিন ছোৱালীয়ে টকা বাকৈয়ে দি পঠাইছে যেন পাইছো।

: কিয় নিদিব—নগদ তিনিকুৰি দি পঠাইছে। তইঁতেহে তাইক দেখিব নোৱাৰ। তাইৰ আমালৈ কমটো ভাব নাই! আমাৰ কিজনৰহে খবৰ নাই, কেৱল মন্দ বুদ্ধি। সামাইন কথাতে ককায়েতো শত্তক ভাব নেৰিলেই।

: ইহ হয়তোন, ভাগিন ছোৱালীক বোলে আমিহে দেখিব নোৱাৰোঁ। সদায় এবাৰ তাইক চাবলৈ চহৰলৈ যাওঁ যাওঁ কৰিয়ে থাকোঁ—ধন ভগাৰ ভয়ত তুমিহে নিব নোখোজা।

: হ'ব দে, তই যোৱা আক মই যোৱাৰ পার্থক্যটোনো কি?

খন্তেক চিন্তা কৰি সকধনে আকৌ কলে,

: শুনিছ—ইহঁত জাওৰ দুটালৈ গেঞ্জি একোটা আক সকবাপ-আইজনীলৈ চোলা একোটাকে আনো।

ভিতৰৰপৰা কেঁা-কোৱাই ওলাই আহি সকবাপে কলেহি,

: মোলৈ পেনো আনিব লাগিব পিতাই। মই পৰীক্ষাত পাছ হ'লে দিম বোলা পেন-চোলাযোৰ আজিলৈকে নাপালোৱেই। এতিয়া বিহুতো মোক অকল চোলা দিলে নহব। আগ। পেনটোৰ বুটাম-টুটাম চব ছিগিলে, প্যান্তলিত কিচিকিছেও।

: ব'হ অ' এইটো, টকাই আঁটিলে পিন্তাবে আনিব নহয়।

: তোলৈ বেলাউজকে এটা আনিম নেকি?

: নেলাগে নেলাগে, আমিনো আক বেলাউজ পিন্ধি ক'ত পা-বেলাবলৈ যাম। আক তেওজবেলি পূজাত বমেনে দিয়া বেলাউজটো মোৰ নতুনেই হৈ আছে। কাইলৈ বিহু বুলি সেইটোকে খন্তেক পিন্ধিম। তোমালৈ গেঞ্জি এটাকে আনিবা। ইকালে-সিকালে যাওঁতে কেৱল কামিজটো পিন্ধি থাকিলে সোনকালে ফাটিব।

: মই গেঞ্জি পাছতো লব পাৰিম। এতিয়া নামঘৰলৈ যাবলৈ নতুন গামোচা এখন হলেই হ'ল। ঘৰৰ কি কি আনিব লাগিব বুলি কলি ?

: গুৰ এসেৰে মিঠাতেল আধেৰে আনিবই লাগিব। পইচাই জোৰে যদি মাটিতেল এবটলো একেবাৰে লৈ আহিবা। তেতিয়া আক দিনচেৰেকলৈ গোলাৰ কালে মুনকৰাকৈয়ে চলি যাব। মোৰ হাতত সাঁচতীয়া টকা পাচঁটা আছে। তাৰো তিনি টকা লৈ যোৱা। দুটকা মোৰ হাতত থাকক। বিহুত কেনেবাকৈ হুঁচৰি-ফুচৰি আহিলে আকৌ দিগদাৰখন হব। তাতে এইবেলি গামোচাও ব'বলৈ নহ'ল।

মোনা, বটল আক ফটা ছাতিটো হাতত লৈ চোতালত ভৰি দিয়েই সকলোকে আকাশখনলৈ চালে। এতিয়া বেচ ৰ'দকাল। কেৱল অতি পাতলীয়াকৈ বিজুলীয়াই আছে, সন্ধ্যাতে ধৰমুণ দিয়াৰ সম্ভাৱনা নাই। ছাতিটো অযথা ভাৰ বৰৰ সকলোৰ মন নগল। বাৰাণ্ডাতে ছাতিটো জপাই থৈ বৈশাখীয়কক ভিতৰলৈ লৈ যাবলৈ কৈ দি খোজ চলালে। দূৰৰ পথাৰত কোনোবা যৌৱন-বলিয়া ডেকাই বংশী মাতেৰে বিননি জুৰিছে—

চমকত চাবলৈ নহওঁ মই বিজুলী
নহওঁ মই বোৱঁতী নৈ।
চৰায়ো নহলো উৰি তোক চাবলৈ
ছুকাবে দুপাখি লৈ॥

কেঞ্জা গোলাহৈ গৈ সকধনে আগৰ বাকী পৰিশোধ কৰিব নোৱাৰাৰ বাবে উককাৰ দিনাই কথা শুনিব লগা হ'ল। সিহঁতৰ বোলে কিবা হালখাটা নে কি আছিছে। তাৰ আগতে সকলো লেন-দেন শেষ কৰিব লাগে। অতি বিনয়ভাবে সি মহাজনক আক কিছু দিন বাট চাবলৈ অনুৰোধ কৰিলে। মহাজনে অতি বিৰক্তিৰে কলে,

: দিন বঢ়াই থাকিলে কি হ'ব দাদা। আপনি টকা দিবৰ মন নকৰে। হদায় দিন ইনিচপেক্টৰ ভাগিন জামাইৰপৰা টকা আনিয়ে আছে। আমাক দিবৰ কাৰণহে আপোনাৰ টকাটো নাই হৈছে। বাক ইতিয়া নিব লগা মালৰ টাকা দি লিষ্টি বনাই লওক।

সকধনে নিব লগীয়া বস্তুৰ নাম আক পৰিমাণ কৈ গ'ল। বজ্ৰীনাথে দীঘলীয়া কাগজ এখিলাত নাম, দাম, পৰিমাণ লিখিলে। কাপোৰ কানিও সি হেনেকৈ চাই-চিতি পছন্দ কৰি সময় নষ্ট নকৰিলে। ল'ৰা-ছোৱালীৰ কাপোৰ কিনাৰ লগতে সি ঘৈণীয়েকলৈ ব্লাউজ এটাও কিনি পেলালে। ডাঙৰ চাইজৰ ব্লাউজ মাত্ৰ এটাহে আছিল বাবে তাক পাঁচটকাতে মহাজনে দি দিলে। আলহী-তুলহী আহিলে লাগিব বুলি সি বিৰি এমুঠাও ললে। মুঠ ৫৮·২৫ টকা হ'ল। ভাগিনীয়েকে দি পঠোৱা দহটকীয়া নোট ছখন সি মহাজনৰ টকাৰ বাকচটোৰ ওপৰতে পেলাই দিলে। টকা কেইটা গণি মহাজনে ক'লে,

: ঘূৰাই দিবলগীয়া একটকা বাৰ অনাটো আগৰ বাকীত জমা কৰি দিওঁ।

ইমানবোৰ মানুহৰ আগত প্ৰতিবাদ কৰিবলৈ তাৰ লাজ লাগিলেও সি মহাজনক সক সককৈ ক'লে,

: নাবাখিব মহাজন, বিহুৰ দিন কেনেবাকৈ ঘৰলৈ হচবি আহিলে অসুবিধাত পৰিম।

মহাজনে সকলোৰে কাণ চুই যোৱা শব্দেৰে ডাঙৰ ডাঙৰকৈ কলে,

: আৎসা বাক, এক টকা জমা নদাই দিওঁ। খুচৰাটো আপুনি হুঁচবিৰ বাবে লৈ যাওক। পান-তামোল হৰহকৈ যি চাব চাব অনা

লগাই দিলে তিনযোৰা হুঁচৰিৰ ৰাবে হৈ যাব। আজি কালি হাৰি লোকতি এই ৰকম খুচৰা পইচাই দিও। দিন কাল বদলি গৈছে।

তাক আৰু একো কবলৈ সুবিধা নিদি বক্সীনাথে পুৰণি বহী এখন টান মাৰি আনি কিবা এটা লিখা দেখুৱাই তাৰ হাতত তিনিটা সিকি গুজি দিলে। সি পইচা কেইটা জেপত নভৰাই গামোচাখনৰ আগ এটাত বান্ধি লৈ ককালত খুচি ললে। বস্তুখিনি সামৰি-জুতৰি লৈ সি বাস্তাত উঠিল। আকাশত প্ৰথমতে বাটটো নেদেখাৰ দৰেই হৈ পৰিছিল, লাহে লাহে আন্ধাৰবোৰ পাতলি পোহৰ পোহৰ লগা হ'ল। চোলা-কাপোৰ কেইটা ভৰাই কাপোৰৰ লেম্ভেৰা মোনাটো সি গাত আঁৰি তেলৰ বটল ছটা একেখন হাতত ওলোমাই ললে। খোজ কাঢ়োতে থকা-খুন্দা লাগি বটল ছটাই শব্দ কৰিছে। কাষৰ পথাৰ-বোৰত জমা হোৱা পানীত ভেকুলীবোৰে সমস্বৰে চিঞৰিছে। মাজে মাজে একো একোটা বৰ ভেকোলাই ডাঙৰ শব্দ কৰি মাতিছে। দূৰৈৰ পৰা ভাহি অহা ঢোলৰ গমগমীয়া ছেৱে পৰিৱেশটো আৰু অধিক সজীৱ কৰি তুলিছে।

এইবাৰ বহাগৰ পৰাই বাৰিষা পূৰা দমে আৰম্ভ হ'ল। বৰ চাবৰ সময়—মাঘ, ফাগুন, চ'ত এই তিনি মাহ সি ভাগিন কেঁৱায়েকে নতুনকৈ সজোৱা ঘৰটোত লগোৱা কামলাবোৰক চোৱা-চিতা আৰু সহায় কৰোঁতেই গ'ল। নগৈ জানো পাৰি? ভাগিন হোৱালীজনীয়ে যেনেকৈহে চিঠি দি মাতিলে। তথাপি প্ৰথমখন চিঠিত সি তলকা মাৰি আছিল। দ্বিতীয়খন পালত আৰু নোৱাৰিলে। পোন ছাটেই সেইখিনি ওলালগৈ। গৈ পায়ে অতি বেয়া ধৰণেৰে সি কামত ব্যস্ত হৈ পৰিল। পথাৰৰ নৰা কাটি চাৰ লগা তাৰ উকথা পজাটোৰ কথা সি একেবাৰে পাহৰিলে।

চহৰত বেছি দাম পাব বুলি সকলোৱে দি পঠোৱা এজীয়া চাবৰ-খনো সেউতীয়েই ললে। উপৰাডি বিদিলে দিলো বাৰু আপোন ভাগিনীয়েকজনীক টকাৰ কথা কয় কেনেকৈ? আহিবৰ সময়ত

ভাগিনীয়েকে তাৰ হাতত অন্ততঃ তিনিশ মান টকা দিব বুলি সি আশা কৰিছিল। সি ঘৰত থকা হ'লে এই তিনি মাহে অনায়াসে সেইখিনি উপাৰ্জন কৰিব পাৰিলেহেঁতেন। কিন্তু তাই মাত্ৰ তিনিকুৰিহে দিলে। তাইৰ গাভনো কি দোষ ? তাঁহাতৰ যিহে খৰচ। দৈনিক বজাৰ কৰিবলৈকে আঢৈকুৰি/তিনিকুৰি লাগে। তাতে আকৌ কাৰেঙৰ নিচিনা নতুন ঘৰটো বনোৱাৰ খৰচ। জোঁৱায়েকক লক্ষ্মীয়ে লাগ দিছে বুলিহে সেইটো সম্ভৱ হৈছে। নিজে মোমায়েকটো হৈ সেই-কণ সহায়কে নকৰিলে কেনেকৈ ? এটা কথাত কিন্তু মনে মনে সি বৰ বেজাৰ পাই আছিছে। সি ইমান কষ্টকৈ তাঁহাতলৈ বনাই নিয়া বেতৰ খৰাহিটো চাকৰণি ছোৱালীজনীয়ে জাবৰ পেলোৱা কৰিব লাগেনে ? যিমান ভাল নহওক লাগিলে এই চাকৰ-বাকৰবোৰৰ কোনো সঁজাত নাই।

সৰুদৈৰ লগত সামান্য কথাৰ কটাকটি হলেও মনটো আজি তাৰ ভালেখিনি ফৰকাল। আজি কিমানদিনৰ মূৰত সি বিহু বুলি সৰুদৈলৈ বেলাউজ এটা আনিছে। তাৰ লগত সংসাৰ কৰি এইজনী মানুহে কম কষ্ট ভুগিব লগা হোৱা নাই। গাভৰুকালত তাইৰ কি চমক লগোৱা ৰূপ। সেই ৰূপৰ জুইত জাহ যাবলৈ কিমান চগা উৰিছিল। নতুনকৈ বাগিচাৰ চাকৰিত সোমোৱা মোলোকা মহৰীয়ে তাইৰ মন পাবলৈ কিমাখিনি ধন খৰচ কৰিলে ? টকা পইচা বস্তু বেহানিৰে ঘৰ-ঘৰোৱাহ ; মন জয় কৰিলেও সৰুদৈৰ মনৰ পথাৰত সি আঁক এটাকে মাৰিব নোৱাৰিলে। মোলোকা মহৰীয়ে বেলেগ ছোৱালীৰ লগত ঘৰ-সংসাৰ কৰিলেও সৰুদৈৰ দ্বাৰা প্ৰত্যাখ্যিত হোৱাৰ বেদনা সি সমূলকে আজিও পাহৰিব নোৱাৰিলে। এতিয়া সি বৰ মহৰীলৈ প্ৰমোচন পাই অগাধ সম্পত্তিৰ গৰাকী হলেও মদৰ বাগীতেই জীৱনটো বুৰাই ৰাখে। ইমানবোৰ সা-সুবিধা লেওচি তালৈ আহা সৰুদৈক সি কৰায়েকৰপৰা বেলেগ হৈ অহিব লগা হবৰেপৰা কেতেৱা-কেতেৱাহে মাৰি আছিছে। ইয়াকে বোলে উবহৰ খং তগা চাৰিত মৰা।

তাৰ ককায়েকটো পঢ়া শুনা কৰিলেও একেবাৰে অজলা টুটকীয়া মানুহমথাৰ কথাতে তাক এমা-ডিমা কেচুৰ হালেৰে সৈতে ঘৰৰপৰা উলিয়াই দিছিল। এই ক্ষেত্ৰত 'সকলোৰে আত্মাৰাম' বুলি নামঘোষাৰ পদৰ আখৈ ফুটোৱা নামঘৰৰ বৰমেধিজনেই ঘাই। তেওঁৰ মতে তেনেবিলাক কথা পুথিত লিখা থাকিলেও চলন্তি কৰিবলৈ হ'লে সমাজ নচলিব। এইখন বাৰীত নতুনকৈ সংস্থি উলিওৱা ছুকোঠলীয়া খেৰী ঘৰটোলৈ সি লৰা-ভিৰোতাৰে সৈতে ওলাই আহোঁতে ককায়েক-বৌয়েক ছুয়ো চকুপানী টোকাৰ কথা সি জীৱনত নাপাহৰে। ককায়েক-বৌয়েকে নাকান্দিবনে? ককায়েকৰ কাৰণে সিতো কম কৰা নাই। নিজে পঢ়াশালীলৈ নগৈ সি খেতি-পথাৰ সকলো চম্ভালি ককায়েকক বৰ্তিঙত থাকি স্কুলত পঢ়াৰ সুবিধা কৰি দিছিল। মৰম থাকিলেও সকৰ্ষনৰ দোষৰ বাবে তেওঁতো আক সমাজৰ লগত সম্পৰ্ক ত্যাগ কৰিব নোৱাৰে। তেওঁৰ নিজৰোতো ভৱিষ্যৎ এটা আছে। ভাগিন বমেনটোৱে আকৌ সেইবোৰ একো বুজিব নোৱাৰে। জিলাত থাকি পঢ়া-শুনা কৰি তাৰ মতি-গতি সকলো বদলিল। সমাজখনে শ্ৰদ্ধাৰ চকুৰে চোৱা সেই মোমায়েক-টোক সি মানুহ বুলিয়েই গণিতা নকৰে। তালেই হওক বেয়াই হওক এই মাটি চাৰিডৰাতো তাৰ ককায়েকেই তাক মাটিহীনৰ লিষ্টিত নাম ভৰাই যোগাৰ কৰি দিছে। নহ'লে তালকৈ আখৰ পঢ়িব নজনা সি মাটিৰ যোগাৰ কৰিলহেঁতেন কেনেকৈ?

বৌয়েক-ককায়েকৰ চকুৰ আগৰপৰা আঁতৰি আছি সি ভালেই কৰিলে। এতিয়া অন্ততঃ আক তাৰ দুখ দেখি তেওঁলোকে চকুপানী টুকিব লগা নহয়। ককায়েকৰ ঘৰে মান-সন্মান থকা মানুহ একেনৰ বাৰীৰ চুকত পজা ঘৰ এটা সাজি সি থকাটোও বেয়া দেখি। ইমান ডাঙৰ মানুহ একেনৰ ভায়েকটোৰ দুৰৱস্থা দেখিলে চৰেই বেয়া বুলিব। কিন্তু ককায়েকেনো কি কৰিব? শুকান বালিতো আক জল নিগ্ৰাব নোৱাৰি। এইবোৰ কথাকে আকৌ ভাগিনীয়েকে বুজি

নাপায়। কিবা যুগধৰ্মহে লবিল। মোমাই-ভাগিনৰ এনে অমিল আগৰ কালত তেনেকৈ নাছিল।

ভাগিনীয়েক ৰমেনৰমতে তাৰ ভাগৰ মাটিখিনি মহেন্দ্ৰ মৌজাদাৰৰ সতে চুক্তি কৰি ককায়েকেহে বোলে আত্মসাৎ কৰিলে। হৰি হৰি, এনেকুৱা কথা সি মনলৈ অনাও পাপ। এনেকুৱা গছত গৰু উঠা হোলোঙাৰে কাণ বিন্ধোৱা কথা জ'নো বিশ্বাস কৰিব পাৰি?

নিজৰ জীৱনটোৰ কথাবোৰকে চিন্তা কৰি সকধনে ঘৰলৈ খোজ দিছে। আহি থাকোঁতে ঘপহকৈ ভাগিনীয়েক সেউতীৰ কথা তাৰ মনলৈ আহিল। ভিনিহিয়েক কেন্সাৰ হৈ ঢুকাওঁতে কেও-কিছু নোহোৱা ভাগিনীয়েক আৰু বায়েৰকতো ককায়েকেই চপাই ললে। ভিনিহীয়েকৰ মাটি-বাৰীখিনিৰ দায়িত্বও ককায়েকৰ ওপৰতে পৰিল। মাটি-বাৰীৰপৰা উপাৰ্জ্জন হলেও এইবোৰ চলাই-কৰাই খোৱাটো জানো কম লেঠা। তাক দিয়া হলেও সি সেই সম্পত্তি ৰাখি খাব নোৱাৰিলেহেঁতেন। তাৰ নিজৰ মাটি কেডৰাকে সি ৰাখি খাব নোৱাৰিলে। তদুপৰি ভিনিহিয়েকৰ চিকিৎসাৰ বাবেও ককায়েকে বহুত কৰিলে। সিতো জিলালৈ অকলে গৈ এদিন কেৱল চাই হে আহিল। ল'ৰা-ছোৱালীবোৰক নিও দেখুৱাব নোৱাৰিলে।

ভাগিনীয়েক সেউতীলৈ সকধনৰ কেৱল মুখৰ মৰমহে আছে। সেই মৰমৰ প্ৰতিদানতো দি একোকে দিয়া নাই। বিয়াৰ সময়ত সি তাৰ কপিত মাটি এডৰা বন্ধকত দি মাত্ৰ কেইটমান টকাহে দিলে। ককায়েকে তাঁহাতৰ সকলো দায়িত্ব মূৰ পাতি লৈ পুলিচৰ ডাৰোগা, চাহেবহেন ল'ৰালৈ তাইক বিয়াও দিলে। তাৰ ঘৰত সি সেউতীক বিয়াৰ পাছত ৰাতি এটাৰ বাবেও ৰাখিব পৰা নাই। আৰু এতিয়ানো ৰাখিব কেনেকৈ? তাৰ ঘৰত শৌচ কৰিবলৈ পাইখানা, শুবলৈ বিচনা একোৱেই নাই। খোৱা বস্তুৰ যোগাৰ যেনে তেনে কৰিব পাৰিলেও সেউতীহঁতৰ ঘৰত থকা বাকীবোৰ ব্যৱস্থাৰ কথা সি কল্পনাও কৰিব নোৱাৰে। সেয়ে সেউতী কেতিয়াবা আহিলেও তাৰ ঘৰত চাহ

বাড়ি, ভামোলখন খায়েই যায়গৈ। তাগিন ছোৱালীজনীক নিজৰ ঘৰখনত এবাড়ি বাখিবলৈ হেঁপাহ তাৰ জানো নাই ? সেউতীৰ গিবিয়েকে তো ফুৰা-চকা কৰিবলৈ তেনেকৈ আহৰিকে নাপায়। আহিলেও তেনেকুৱা চাহাব জোঁৱায়েকক চাহ এবাড়ি যাচিবলৈকো তাৰ লাজ লাগিলহেঁতেন।

সেউতীৰ কথা মনলৈ অহাৰ লগে লগে তাই ককায়েক বমেনলৈ দিয়া চিঠিখনৰ কথা তাৰ মনলৈ আহিল। চিঠিখন কালিলৈকে বমেনক দিব লাগিব। বিহু বুলি সি নিশ্চয় পাক এটা মাৰিব। বায়েকৰ কাজৰ সময়ত ভোজৰ খৰচ সি ইচ্ছা কৰিয়েই দিয়া নাই বুলি ধৰি লৈ ককায়েকেটো আজি অন্ধ বছৰে তাৰ ঘৰৰ কালে মুখে কৰা নাই। ককায়েকৰ তাৰ ঘৰলৈ অহা মানেনো কি ? পদুলিৰপৰাই 'সকধন' বুলি মাত লগাই কিবা এষাৰ কৈ উভতি যোৱা। বৰ বেছি আগছালিতে থিয়ৈ থিয়ৈ তামোল এখন মুখত ভৰোৱা। জোঁৱায়েকৰতো আহিবলৈ সময়েই নাথাকে। বমেন অৱশ্যে আজি কালি তাহাঁতৰ তালৈ প্ৰায়েই আহে। হলেও কি হ'ব—তাৰ বা পেটত কি আছে ? তাৰ কথা মহেশ্বৰ গাওঁবুঢ়াই সিদিনা কৈছে নহয়। সি হেনো আজি-কালি পাপ-পুণ্য, ইহকাল-পৰকাল একোকে নমনা হৈছে। ভাল আমৰ পুলি হৈ সি বকাগিত পৰিল।

কথাবোৰ মনতে পাগুলি পাগুলি কোন ভলকত সি ঘৰৰ পদুলি সোমালহি ভতকে ধৰিব নোৱাৰিলে। দোকানৰপৰা অনা বস্তু কেইপদ সি ঘৈণীয়েকক দিলেহি। ল'ৰা-ছোৱালীহালে কাগজেৰে মেৰিয়াই অনা কাপোৰৰ টোপোলাটো টান মাৰি নিলেই। কামিজটো সকবাপে পিন্ধিলেগৈয়ে। শাসনৰ সুৰত মাকে কলে,

: সকবাপ, আজিয়েই পিন্ধিলি কেলেই ? কাইলৈহে নতুন কাপোৰ পিন্ধিব লাগে।

: পিন্ধক দে। জোখত হৈছে নে নাই চাওঁন।

বাপেকৰ লাই পাই সকবাপে পেণ্টটোও পিন্ধিলে। ইতিমধ্যে

আইজনীয়েও চোলাটো পিন্ধিছে। নতুন কাপোৰ পাই সিহঁতৰ মুখ কেখন উজলি উঠিল।

কাপোৰ কেইসাজ মোটামুটিভাৱে জোখতেই হৈছে। গেঞ্জি দুটাৰ সতে অকলশৰীয়াকৈ পৰি থকা ব্লাউজটো হাতত তুলি লৈ ঘৈণীয়েকে কলে,

: মোলৈ বেলাউজ আনিব নালাগে বুলিছিলো নহয়—কিয় আনিলা। বাহিৰত ঘূৰি ফুৰা মানুহ তোমালৈহে গেঞ্জি এটা আনিব লাগিছিল।

ব্লাউজটো অনাৰ বাবে আপত্তি কৰিলেও সকদৈৰ মুখমণ্ডলত এক সন্তুষ্টিৰ ৰেখা জিলিকি উঠিল। সকংনে লাহেকৈ কলে,

: কম দামতে পোৱা বাবে লৈ আহিলো। বিহু বুলি ভয়ো নতুন এটা কিবা ললি যেনিবা।

: সকবাপ, কাপোৰ-চোলা কিথোৰ তইঁতে ভিতৰত থৈ দেগৈ। মই পিঠাখনচেৰেকে ভাজিবলৈ যোগাৰ কৰোঁ।

খন্তেক ৰৈ সকদৈয়ে গিৰিয়েকক কলে,

: শাক-ভাত হলেই—এতিয়াই খাবানে ?

: অলপ ৰ'চোন, কিজানি ইহঁত আহি পায়েই।

: আইজনী, সকবাপ, বল তইঁত দুটাকে ভাত দি দিওঁ। খাই শুই থাকগৈ। পুৱা সোনকালে উঠি গৰু গা-ধুৱাব লাগিব।

: ইহ, আমি অকলে এতিয়া নাখাওঁ। ককাইদেউহঁত আহিলে একেলগে খাম।

ভাঙৰকৈ গাজনি এটা মাৰি হুৰ-হুৰাই বৰষুণ আহিল। ঘৰটোৰ প্ৰায় সকলো ঠাইতেই উকখিছে। বৰষুণ দিলেও সকধনৰ মনটো আজি ফৰকাল।

কীৰ্তনৰ প'ৰ একাকি গুণ-গুণাই সি বিচনীৰ বাবে কাঠী ডুলোৱাত লাগিল। বৰষুণ আৰু কেৰকেৰীয়া বতাহে তাৰ গাটো শিৰ-শিৰাই নিলে। বিৰি এটা হুপিবৰ তাৰ মন গ'ল। কেঞা গোলাবপৰা

অনা নতুন বিবিৰ মুঠাটো জেপৰপৰা উলিয়াই দুৰ্য্যোধন হাতেৰে মুঠাটো খন্তেক ঘূৰাই এটা উলিয়াই মুখত লৈ সি দুইশলা কাঠী এটা মাৰিবলৈ লৈও জেপত ভৰাই থলে। যৰত জুই অলি থাকোঁতে অযথা কাঠী এটা খৰচ কৰাৰ কি দৰ্কাৰ।

বিৰিটো হাতত লৈ সকধনে চিঞৰিলে,

ঃ ঐ সকবাপ, বিবি জলাবলৈ অঁধৰা এডোখৰ লৈ আহচোন।

সকবাপে ভিতৰৰপৰা অঁধৰা এডোখৰ আনি দি পিতাক বিবি জলোৱালৈকে একান্তমনে চাই থাকিল। বিবিটো সম্পূর্ণে জলি উঠাৰ পাছত সকবাপৰ হাতত অঁধৰা ডোখৰ দি পিতাকে কলে,

ঃ এইডাল থৈ আহগৈচোন—কাগজ এটুকুৰা পঢ়ি দিব লাগিব। মই আজি-কালি বাতি চকুৰে নমনো।

কীৰ্ত্তন পুথিৰ ছপা আখৰৰ বাহিৰে হাতে লিখা লত্তা আখৰ সকধনে পঢ়িব নোৱাৰিলেও সক পুতেকৰ আগত নিজৰ অজ্ঞতা প্ৰকাশ কৰিবলৈ টান পায়েই হয়তো সেইদৰে কলে, কামিজৰ জেপৰপৰা চিঠিখন উলিয়াই সি বিৰিত এটা আমেজৰ টান দি পুতেকলৈ বাট চাই ৰ'ল। পুতেক আহি চিঠিখন হাতত লৈ লেম্পটো আনি ভয়ে ভয়ে চিঠি পঢ়াত লাগিল। সি এক সুৰীয়া মাতেৰে পঢ়াৰ যত্ন কৰিলেও মাজে মাজে যেহাঁৰ লগা হোৱাত ক্ৰুতিকটু হৈ পৰিল।

মৰমৰ বমেন ককাইদেউ,

পত্ৰে বিহুৰ বৰীয়া ওলগ জানিবা। ডাঙৰ মামা আৰু মামী-দেউলৈও মোৰ বিহুৰ বৰীয়া সেৱা থাকিল। সম্প্ৰতি আমাৰ ইয়াত চৰবে ভাল। তোমাৰ খবৰ সক মোমাইদেউৰ মুখে শুনিছো।

বিশেষ এটা কথাৰ বাবে তোমালৈ এই চিঠি লিখিব লগা হ'ল। তোমালোকে বাৰু সক মোমাদেউক কিয় বিহুবে-সংক্ৰান্তিয়ে টকা খুজিবলৈ আমাৰ ইয়ালৈ পঠাই থাকা? ইয়াত সেইটো কোনেও ভাল নাপায়। আমাৰকজনে যে সক মোমাইদেউক চকু পাৰিয়ে

দেখিব নোৱাৰে। সক মোমাইদেউ অহাৰ বাবে মইহে কথা শুনিব লাগে। মই বৰ লাজ পাওঁ।

আমাৰ জনৰ মতে তুমিও বোলে আজিকালি বৰ বেয়া সংগত পৰিছা। ডাঙৰ মোমাইদেউৰ দৰে ভাল মানুহ এজনৰ লগত থাকিও তুমি হেনো জহন্নামে গৈছা তুমি বুদ্ধিমান মানুহ, নিজেই বুজিব পাৰিবা। বেছি লিখি আমনি নিদিওঁ। সক মোমাইদেউক আমাৰ ইয়ালৈ অহাটো যেনে তেনে বন্ধ কৰিবাহি। ইতি, তোমাৰ ভনীয়েৰা —সেউতী।

চিঠিখন পঢ়া শেষ কৰি সৰুবাপ মনে মনে থাকিল। সকধনৰ বুকু ভেদি এটি দীঘল হুমুনিয়াহ আপোনা-আপুনি ওলাই আহিল। অলাই লোৱা বিৰিটো এসময়ত নিজে নিজেই নুমাই গল।

নিজৰ বিষয়ে ভাগিনীয়েকে চিঠিত লিখা কথাখিনি শুনি সকধনৰ মৰি যাম যেন লাগিল। তাহানি:ৰপ়া আন্তৰিকতাৰে বুকুত পুহি ৰখা মৰম-চেনেহ সকলোবোৰ তাৰ অবাস্তৱ যেন লাগিল। সকবাপে কেনেবাকৈ চিঠিখন ভুলকৈ পঢ়ি:ছনেকি বাৰু? নাই, ভুল কেনেকৈ হব? সি ভাবিলে। বমেনৰ কথাবোৰেই তেন্তে সঁচা নেকি? তাহাঁতে তাক চিঠি লিখি লিখি মাতি নি এয়াহে কৰিলে।

পুতেকহঁত আহিলে ভাত খাব বুলি বৈ থকা সকধন কোনোমতে এমুঠি খাই বিচনাত পৰিবলৈ উৰাউল হৈ পৰিল। সি আদেশৰ সুৰত সক পুতেকক কলে: এই সকবাপ, মাৰক কগৈ হৈছে যদি মোক গুদাই-নিকাই ভাত এমুঠি দিয়ক—নহলে মই এহিয়া শুই থাকিম।

সক পুতেকৰ মুখে পিতাকৰ হঠাৎ হোৱা পৰিবৰ্তনৰ কথা শুনি সকলৈ ঘঁৰে বন ভঁৰে এৰি খৰ-খেদাকৈ বাহিৰলৈ ওলাই আহিল। সকধনৰ এনে প্ৰকৃতিৰ লগত সকলৈ ভালদৰেই পৰিচিত। সকধনৰ মুখখন দেখি থন্তেক আগতে কীৰ্ত্তনৰ পদ আওঁৰাই কাঠী ভুলাই থকা মানুহটো বুলি ধৰিবলৈকে ানট হ'ল। সকলৈয়ে মুখেৰে একো

নামাতি গিৰিয়েকৰ মুখলৈকে চাই থাকিল। সকথনে জোঙা মাৰি ঘৈণীয়েকক কলে,

: কি হল ঐ এইজনীৰ। ভাত দিছনে নাই?

: এবা। দিওঁ বুলিছিলোৱেই দেখোন—তুমিহে নাখাওঁ বুলিছিলা, দিওঁগৈ।

সকলৈয়ে পোন ছাটেই আহি ভাত বাঢ়ি দিলেহি। টোপনিয়াই থকা সকবাপ-আইজনীয়েও বাপেকে খোৱা দেখি ককায়েকহঁতলৈ আক নৰ'ল। ভাত মুঠি নাকে-কাণে গিলি সকথন পাটীত পৰিলহি। মনৰ সকলো উদ্যম তাৰ নাইকিয়া হৈ গ'ল। টোপনি যাব নোৱাৰিলেও সি টোপনি যোৱাৰ ভাও ধৰি মনে মনে পৰি থাকিল। নগেনহঁত আহি পোৱাৰ গম পায়ো সি একো নামাতিলে। আন কি তাৰ বিচনাৰ কাষৰ দুৱাৰ খনো সকলৈয়েহে খুলি দিব লগা হ'ল। নগেনে দুৱাৰমুখতে মাকক সুধিলে,

: আই, পিতাই কেতিয়া পালেহি?

: অপনিতে আহিল তহঁতে ৰবকৈ চিঞৰ-বাখৰ নকৰিবি। কিবা এটা কথাত পিতায়েৰৰ খং উঠি আছে।

কথাবোৰ তাহাঁতে পাৰ্য্যমানে সক সকৈকৈ কৈছিল পিতাকৰ একা-চেকা প্ৰকৃতিৰ লগত তাহাঁত ভালদৰেই পৰিচিত। এই মহা ৰাতিখন অযথা গণ্ডগোলৰ সৃষ্টি নহলেই হয়।

কিন্তু ৰাতিৰ নিৰ্জনতাত তাহাঁতৰ প্ৰতিটো কথাই সকথনে স্পষ্টকৈ শুনিবলৈ পালে। ভিতৰলৈ সোমোৱাৰ লগে লগে তাহাঁতৰ গাত নতুন চোলা দেখি মাকে সুধিলে,

: তহঁতক এয়া নতুন কাপোৰ কোনে দিলে? নে কোনোবা লগৰ ল'ৰাৰ চোলা-পেন পিন্ধি আহিছ?

: নহয়, এই দুযোৰ কাপোৰ আমাক মাষ্টৰ ককাইদেৱে বিহুৰ বাবে দিছে।

: এ, হয় নেকি? পিতাৰেও তহঁত ছুটাৰ বাবে ছুটা গেঞ্জি আনি থৈছে।

: পিতাই ইমান সোনকালে শুলে—গা ভাল নহয় নেকি?

অত্যন্ত সৰু সৰুকৈ মাকে কলে,

: গা ভালেই। কেঞা গোলাৰপৰা ঘূৰি আহি ৰংমনেৰেই আছিল। পাছত কিবা চিঠি এটুকুৰা সৰুমাপক পঢ়ি শুনাবলৈ দিছিল। সেইখন শুনাৰ পাছতেই কিবা এটা জমক উঠিল। মই পিঠা পুৰি আছিলো বাবে সকলো কথাৰ উমান নাপালো।

: সেউতী বাইদেউৰ তাত যে পিতাই সদায় কিয় গৈ থাকেগৈ নাজানো। সম্বন্ধত বাই হ'লেও সিহঁত আমাৰে সৈতে সমানৰ নহয়। পুলিচৰ চাকৰিয়াল ভিনিহিৰটো বদনামৰ সীমা নাই।

: ভিনিহিয়েৰ কথা কব নোৱাৰোঁ। আমাৰ সেউতীৰ কিন্তু আমালৈ বৰ হেপাহ—পিতাৰে কৈছে নহয়।

: বুইছ আই, পিতাই তেনেই সৰল মানুহ। নিজৰ মন যেনে আনকো তেনে বুলিয়েই ধৰি লয়। কিন্তু আজি-কালি দিন-কাল বেলেগ। তেলে পানীয়ে মিহলি হোৱা কাহানিবা দেখিছ জানো? মাষ্টৰ ককাইদেৱে আমাক সকলো কথা বুজাই কৈছে।

পুতেকৰ কথা শুনি সৰুধনে মনতে ভাবিলে—ঠিকেইটো ভাগিন-জোঁৱায়েকৰ লগত তাৰ মিল কোনখিনিত? সহোদৰ ককায়েক-টোৱেই তাৰ আপোন হ'ব নোৱাৰিলে—ভাগিনীয়েক বা ভাগিন-জোঁৱায়েক হয় কেনেকৈ? জোঁৱায়েকৰটো তালৈ ভাব-ভক্তি একো নাই। সেউতীৰ মুখলৈ চাই সি সকলো সহি আছিল। কিন্তু টকা ছুটামান দলি মাৰি দিয়াৰ বাহিৰে তাইৰো যে কোনো আন্তৰিকতা নাই তাৰ প্ৰত্যক্ষ প্ৰমাণ সি এইবাৰেই পাই আছিছে। আজি অত বছৰে জোঁৱায়েকেতো তাৰ লগত একে লগে ভাত এসাজকে খোৱা নাই। নিজ মুখেৰে তাহাঁতৰ খবৰ এটাকে সোধা নাই। তেন্তে? আৰু এই চিঠিখন!? চিঠিখনত জানো তাই সেয়া কম কথা

লিখিছে ? সি তেন্তে তাইঁতক দিগ দিবলৈহে তালৈ যাব ? এই তিনিমাহ তাব নিজৰ সকলো কাম কাজি কৰি দেহা মাৰি খটাৰ পৰিণাম এইটোহে হ'লগৈ।

নগেনহঁতৰ কথাই হয়তো সঁচা। তেল-পানী-স্বৰূপ তাৰ আৰু ভাগিন-জোঁৱায়েকৰ মিল অসম্ভৱ। এইবোৰ আকাশ-পাতাল ভাবি থাকোঁতেই এটা সময়ত সি টোপনি গ'ল।

ৰাতিপুৱা সোনকালে উঠি গা-পা ধুই সি নামঘৰলৈ ওলাই গল। নামঘৰতো সি বাহিৰৰপৰাহে নামত ভাগ লব লাগে। নীহকুলীয়া ছোৱালী অনাৰ বাবে তাৰ ভিতৰত স্থান নাই। নামঘৰত নাম লোৱাৰ সময়তো তাৰ চিঠিখনৰ কথা মনলৈ আহি থাকিল। যান্ত্ৰিকভাৱে কামখিনি সামৰি সি ঘৰলৈ ঘূৰিল। ঘৰত আহি দেখিলেহি, ভাগিনী-য়েক ৰমেন আৰু পুতেকহঁতে কিবা আলচ কৰি কৰি পাকঘৰতে চাহ আৰু পিঠা খাইছেহি। গোটেই কেইটাৰ ৰঙিয়াল মুখ কিখন দেখি তাৰ মনটো ভাল লাগি গ'ল। লৰাকেইটাৰ লগতে সি তাৰ বেজেকৰা ঘৈণীয়েকজনীৰ মুখখনো পোহৰ হোৱা দেখি আৰু অধিক ভাল পালে। সিহঁত সমূহ বাইজে নামঘৰত ভগৱানৰ নাম লবৰ সময়তো সেই তৃপ্তি পোৱা নাছিল। সি আহি পোৱাৰ লগে লগে সিহঁত কেয়োটা সচকিত হৈ উঠিল। ভাগিনীয়েকে সসম্ভ্ৰমে ক'লে,

: মোমাইদেউ, নামঘৰৰপৰা আহিল ?

: অঁ……আহিলো বোপাই। তোৰ ভালনে ? তোক আজি ভালেদিন দেখাই নাই।

: ভালেই। আপুনি ইয়াত এই তিনি মাহ নায়েই নহয়, কেনেকৈ দেখিব ? ময়ো অৱশ্যে আজি অলপ দিন বাইজৰ কামতেই ব্যস্ত আছো। সময়ৰ অভিপাত অকুলন হৈছে।…মোমাইদেউ, আজি গধূলিৰ ভাত সাজ ডাঙৰ মোমাইদেউৰ তাতে আমি সকলোটিয়ে লগ লাগি খামগৈ। আজি আমাৰ আইৰ তিথিও পৰিছে নহয়। ডাঙৰ মামীদেউক মই কথাটো কৈ আহিছোঁ।।

: তই মাতিছ যেতিয়া ভাত খোৱাকৈয়ে যাম বাক। নমতা হ'লেও বিহু বুলি পাক এটা মাৰিলোহেঁতেন—সেইটো আমাৰ কৰ্তব্য। ডাঙৰ মোমায়েৰে বা আকৌ কি বিহু দেখুৱায়। অ' তোলৈ সেউতীয়ে চিঠি এখন দিছিল। চোলা-জেপতে আছে, ঐ, দে-হি চোন।

সকদৈয়ে চিঠিখন আনি ভাগিনীয়েকক দিলেহি। চিঠিখন পঢ়ি ততাতৈয়াকৈ ৰমেনে জেপত ভৰাই থলে।

কাপোৰ-কানি সলাই চাহ খাবলৈ পাকঘৰলৈ আহি সকথনে সুধিলে,

: বোপাই, চিঠিতনো সেউতীয়ে কি লিখিছে ?

: তেনেকৈ একো নাই—ভাল-বেয়াহে। বিহুৰবৰীয়া সেৱা, মৰম দিছে।

: মই যোৱাৰ কথা কিবা লিখিছে নে কি ?

প্ৰশ্নটো শুনি প্ৰথমতে সি খতমত খাই গ'ল। নিজকে চম্ভালি লৈ খন্তেক পাছত সি কলে,

: আপোনাক লগ পাই ভাল পোৱা বুলি লিখিছে হ'বলা।

: নহয়, তই চিঠিখন ভালকৈ নপঢ়িলি যেন পাইছো। আকৌ এবাৰ পঢ়চোন।

ৰমেনে সক মোমায়েকৰ বিৰুদ্ধে লিখা কথাখিনি সলনিকৈ চিঠিখন পঢ়ি জেপত ভৰাই থলে। সকথনে ৰমেনৰ সেইখিনিত খোকোজা লগা আৰু মুখাবয়বৰ পৰিবৰ্তনলৈ লক্ষ্য কৰি সন্দেহ কৰিলেও একো নামাতি মনে মনে থাকিল।

নগেনৰ সতে ৰমেন বাহিৰলৈ ওলাই আহি তাৰ হাতত চিঠিখন দি কলে,

: হেঁ৷ নগেন, এইখন পঢ়ি চা।

নগেনে সেউতীৰ চিঠিখন পঢ়ি ককায়েকক কলে,

: ককাইদেউ, তুমি পিতাইক এইদৰে আতুৰা ভাবিলা কিয় ?

: ইয়াকে নকৰিলে মোমাইদেৱে অন্তৰত বৰ ডাঙৰ আঘাত পাব। ইমান প্ৰাণ-ঢালি মৰম কৰা সেউতীয়ে যে তেখেতক এনে কৰিব পাৰে সেয়া তেখেতৰ বাবে অকল্পনীয়। শ্ৰেণী-সম্পৰ্কই হে যে আমাৰ প্ৰকৃত সম্পৰ্ক সেই সত্যটো মানি লবলৈ বৰ টান। সেই বাবেই অনেক গুণী, জ্ঞানী, সৎ মানুহেও ভুল কৰে।

: এইদৰে সঁচা ঘটনাটো আঁৰ কৰি থলে পিতায়ে আচল কথা কেনেকৈ বুজিব ?

: লাহে লাহে সকলো ঠিক হৈ যাব— চিন্তা নকৰিবি। মানুহে নিজৰ অভিজ্ঞতাৰেহে বুজে। কথাৰে বুজাব নোৱাৰি। মই এতিয়া যাওঁ অথনিলৈ অলপ সোনকালে যাবি।

মোমায়েক-মামীয়েকক মাত লগাই ৰমেন ওলাই আহিল। সকধনে পাকঘৰৰপৰা ৰমেনহঁতৰ সকলো কথাই শুনি আছিল। কথা-কাণ্ডবোৰ দেখি তেওঁ ইমান দিনে বদ্ধমূলভাৱে ধৰি থকা ধাৰণা কিছুমান ওলট-পালট হৈ গ'ল।

সকধনহঁত সপৰিয়ালে ককায়েকৰ ঘৰলৈ গ'ল। সকধন-সকদেয়ে গৈ পায়েই বটা এখনত তামোল-পাণ আৰু গামোচা এখন দি ককায়েকক সেৱা কৰিলে। ককায়েকৰ কঠিন চকু-মুখত আগ্ৰহতকৈ বিৰক্তিৰ ভাবহে জিলিকি উঠিল। ইতস্ততঃ কৰি থকা সকবাপ আৰু আইজনীক ৰমেনে ভিতৰলৈ মাতি নিলেহি।

ৰমেন ইয়াত থাকোঁতেই মাজে সময়ে অহাৰ অভ্যাস থকা নগেন আৰু হেমেন গৈ ইতিমধ্যে ৰমেনৰ কোঠাত সোমাল। পাক ঘৰৰ পাছফালৰ বাৰাণ্ডাখনতে বহি সক মামীয়েকে তামোলৰ বাকলি গুচাইছে। জা-কৰ সমানে পাকঘৰত প্ৰৱেশ কৰিবলৈ আইৰ শংকা। জা-কেও তেনেকৈ বিশেষ আগ্ৰহ দেখুওৱা নাই। সক মামীয়েকৰ অৱস্থাটো বুজিয়েই কাষলৈ গৈ ৰমেনে কলে,

: মামীদেউ, তামোল এখনকে দিয়কচোন, খাই লওঁ।

গাৱঁত মোমায়েক-মামীয়েকক তয়া-হঁয়াকৈ মতাটোৱেই নিয়ম—

ৰমেনহে এই ক্ষেত্ৰত ব্যতিক্ৰম। পঢ়ি থকা দিনত ডাঙৰ মোমায়েকে তাক সৰু মোমায়েকৰ তালৈ যাবলৈকে নিদিছিল। কেতিয়াবা গলেও সি লুকাই-চুৰকৈহে যাব লাগিছিল। আজি কালি দুয়োজনৰ ঘৰলৈকে সি আহে। ৰাতি থাকিব লগীয়া হ'লে অৱশ্যে প্ৰায়েই ডাঙৰজনৰ ঘৰতে থাকে।

তামোলখন মুখত ভৰাই ওলাই আহোঁতেই নিজৰ পঢ়া কোঠাত বাতৰি কাকতত চকু ফুৰাই থকা ডাঙৰ মামাকে আদেশৰ সুৰত কলে,

: ৰমেন, চাওঁ এইপিনে শুনি যা।

সোমাই আহি ৰমেনে কলে,

: মোক কিবা কব ?

: ইহঁতক সোনকালে জা-জলপান এটা খুৱাই পঠাই দে। আজি মোৰ বহুত আলহী আহিব।

: তেখেতসকলক মই ভাত খাবলৈহে মাতি আহিছো।

: আজি নালাগে—তাহাঁতে আন এদিন ভাত খাবহি।

: বিহুয়ে-সংক্ৰান্তিয়ে মিতিৰ-কুটুম, ভাই-ককাই লগ লাগি এসাজ খোৱাটোৱেই পূৰ্বাপৰৰ নিয়ম। আজি আমাৰ আইৰ তিথিও পৰিছে বুলি আপুনিয়েই দেখোন কৈছিল।

: হৈছে হৈছে, তই মোক পূৰ্বাপৰৰ নিয়ম সোঁৱৰাই দিব নালাগে। মাবৰ তিথিত এই মেলেছটোক খুৱালে পাপহে হ'ব। মই বেলেগ মানুহ মাতিছোঁ।

: আপোনাৰ লগৰ সেই প্ৰৱঞ্চকমখাক খুৱালেও একো পুণ্য নহয়। এইখন ঘৰত সকৰেপৰা ডাঙৰ-দীঘল হৈ আপোন মানুহ কিজনক ভাত এসাজ খাবলৈ মাতিবলৈ মোৰ অধিকাৰ নাই নেকি ?

: কি কলি, কি কলি কুলাঙ্গাৰ ?—মোৰ লগবোৰ চব ঠগ-প্ৰৱঞ্চক।···তোৰ দৰে অপাত্ৰে যোৱা এটাক অধিকাৰ দি মই কোবে কাটি গ্ৰহণী চপাই লব নোৱাৰোঁ। তোৰ জ্ঞান-বুদ্ধি থকা হ'লে বহুবেকৰ বিহুৰ দিনা এইদৰে নমস্যজনৰ লগত তৰ্ক নকৰিলিহেঁতেন ?

ডাঙৰ মামীয়েকে কোঠালৈ সোমাই আহি কলেহি,

: আপোনালোক মামা-ভাগিনৰ আকৌ কুৰুক্ষেত্ৰ আৰম্ভ হ'ল নে? এটা দিন যদি ঘৰখনত শান্তিৰে থাকিব পাৰিলোহেঁতেন।

: তুমি তোমাৰ গুণধৰ ভাগিনক অলপ শাসন কৰা।—নহ'লে কেতিয়াবা সঁচা-সঁচিকৈ কুৰুক্ষেত্ৰই হ'ব।

: চকচোন ডাঙৰ মামীদেউ, মই আপোনাৰ লগত আলচ কৰিয়েই সৰু মোমাদেউহঁতক বিহু বুলি একেলগে ভাত এসাজ খাবলৈ মাতি আহিলো। এতিয়া মোমাইদেৱে আকৌ তেওঁলোকক সোনকালে জলপান এটা খুৱাই পঠাই দিবলৈ কৈছে।

: তাহাঁত থাকোঁতেই খানা খাবলৈ মতা মানুহবোৰ আহি পালেহি অসুবিধা নহ'ব। মই তাহাঁতৰ লগত একেলগে খাবও নোৱাৰোঁ। জাত-পাতৰ চিন নৰখা সেই অধৰমীটোৰ সতে মই একেলগে কেতিয়াও নাখাওঁ। আৰু ভাত খাবলৈ মাতি আহিলেই হ'ব নেকি? যা-যোগাৰো হ'ব লাগিব।

: আপোনাৰো যে আৰু কাণ্ড—ভূ-ভাৰতৰ মানুহে সদায় এইখন ঘৰত ভাত খায়েই থাকে—সিহঁত কেটালৈহে আপোনাৰ নোজোৰে। আপুনি চিন্তা কৰিব নালাগে—আপোনাৰ মানুহ আহি নৌপাওঁতেই মই তাহাঁতক ভাত খুৱাই পঠাম। আপুনি লগত নাখাই বহেনেই খাব। আপোনালোক বেলেগে বেলেগে থাকক—মই ভাত বাঢ়োঁগৈ।

: ভাত বাঢ়ো বুলিলেই হ'লনে? এইখন ঘৰৰ মালিক কোন—মই নে বহেন? মোৰ ঘৰ মোৰ সিদ্ধান্তমতেহে চলিব লাগিব। আজি সকলোহঁতে ভাত খাব নোৱাৰে।

অকলশৰে বাহিৰা মানুহ বহা বেঞ্চখনত অহাবেপৰা বহি থকা সকলো অতিষ্ঠ হৈ উঠিল। বহেনহঁতৰ তৰ্ক-বিতৰ্ক সকলো তাৰ কাণত পৰিছে। হঠাতে উঠি আহি সি গদ গদ স্বৰেৰে কলে,

: বাপধন, মাৰক মাত, আমি ঘৰলৈ ওভতোঁ। লগে-ভাগে প্ৰসাদ খাওঁ বুলিহে আজি ইমান দিনৰ মূৰত আহিছিলো। আমি কিবা খাবলৈ নাপাই ককাইৰ ঘৰত চেলেকিবলৈ আহিছোনে ?

: তই কি কলি সৰুধন, কি কলি ? খাবলৈ নোপোৱা কেলে-হুৱাৰ মুখত ইমান বৰ কথা।

: ডাঙৰ মোমাইদেউ, আমি মাত মাতিলেই হ'বলা বৰ কথা কোৱা হয় ? আজি ইমান দিনে নিজে কি কৰিছে—এবাৰ ভাবি চাইছে নে ? সৰু মোমাইদেউৰ ভাগৰ মাটি, মোৰ পিতাৰ নামৰ মাটি এই সকলোবোৰ আপুনিয়েই আত্মসাৎ কৰা নাই জানো ? সৰু মোমাই-দেউৰ পৰিয়ালটো এইদৰে নিঠৰুৱা হোৱাৰ কাৰণ কি ? এই সকলো-বোৰৰ প্ৰতিকাৰৰ ব্যৱস্থা নকৰিলে আমি জীয়াই নাথাকিম—ডাকো কৰাৰ ব্যৱস্থা আৰম্ভ হৈছে।—খণ্ডত একো নাই হৈ ৰমেনে কলে।

ভাগিনীয়েকৰ কথাৰ চোক দেখি বলেন্দ্ৰ প্ৰথমতে অলপ থতমত খাইছিল। কিন্তু খন্তেক পাছতে দুগুণ ডাঙৰ মাতেৰে তেওঁ গৰ্জি উঠিল।

: পঢ়াই-শুনাই তোক সৰুৰেপৰা তুলি-তালি ডাঙৰ কৰাৰ পৰিণাম এয়াহে হ'লগৈ। ওলাই যা, তই মোৰ ঘৰৰপৰা ওলাই যা। মই আৰু তোৰ মুখ নাচাওঁ। ভনীয়েৰ সেউতীয়েইহে যি মোৰ আপোন। তইঁত, তইঁত সকলো মোৰ কাল শত্ৰু।

: এৰাতো, সেউতীনো আপোনাৰ আপোন নহ'ব কিয় ? ভাইৰ গিৰিয়েকেও যে মানুহক ঠগি কোঢ়োনাৰে ধন চপায় !

: কুকুৰ ধুলি, তোৰ দৰে কাল সৰ্পক মই ইমান দিনে গাখীৰ খুৱাই ভাল পুহিছিলো। ৰ, আজি তই বা মই এটাহে জীয়াই থাকিম।

খণ্ডত একো নাই হৈ ডাঙৰ মোমায়েক ৰমেনৰ কালে চোঁচা ললে। কথা বেগতিক দেখি ডাঙৰ মামীয়েকে আগ ভেটা দিলেহি। সৰুধনৰ পৰিবাৰ আৰু ল'ৰা ছোৱালী কেইটা ইতিমধ্যে বাস্তা পালেহি।

ৰমেন আৰু সকধনো ওলাই আহিল। বোকা পানী কালি দূৰত গতিত আহি ঠিক সেই সময়তে পদূলি মূৰত জীপ গাড়ী এখন ৰলহি। কাণ তহ্ তহাই ঘোৰা বিকুট হাঁহি মাৰি আধা ডজনমান ডিঙি-মূৰৰ চিন নথকা পেটেলা মানুহ গাড়ীখনৰপৰা নামি ঘৰটোলৈ সোমাই আহিল। তাৰে এজনে ক'লে,

: কি খবৰ সভাপতি ডাঙৰীয়া— কিহৰ খদম দম লগাইছে? সভাপতিয়নীওচোন আজি একেবাৰে জাতিকাৰ হৈ আছে।

মুখত এটা কৃত্রিম হাঁহি বিৰিঙাই ৰমেনপ্রই ল'ৰা-ছৰিকৈ কলে,

: নাই, নাই, আহমদ চাহেব, এনেয়েহে।

ইহঁতৰ দৰে কৰি ডাঙৰ মামীয়েক ভিতৰ সোমাল।

ৰমেন সকধনহঁত নিজ বাটেৰে আগ বাঢ়িল। ডাঙৰজনেৰে সতে লগ লাগি এসাজ খোৱাটো আৰু নহ'ল। আৰু যে নহৰও—এইটো কাৰো বুজিবৰ বাকী নৰল।

# ককাইদেউ আৰু আমি

[ ১ ]

পিতাকৰ কথাৰ নতুন সুৰত ত্ৰৈলোক্য আচৰিত হ'ল। যি পিতাকে কংগ্ৰেছ চৰকাৰ, গান্ধী, নেহৰুৰ বিষয়ে এষাৰ সমালোচনা শুনিলে জিকাৰ খাই উঠে সেই পিতাকেই আজি দেখোন ত্ৰিভুৱন ককাইদেউৰ আগত স্বীকাৰ কৰিছে যে জনগণ প্ৰবঞ্চিত হ'ল। পিতাক ৰাইজৰ মাজত 'বাপুৰাম দদাইদেউ' নামে পৰিচিত। সৰু বৰ সকলোৱেই তেওঁক জানে। 'বন্দে মাতৰম', 'ইংৰাজ, ভাৰত ত্যাগ কৰা', 'জয় বা মৃত্যু কৰিছো পণ, ই যে দেশ স্বাধীনতাৰ ৰণ'—এনে বোৰ জয়ধ্বনি দি তেওঁ ১৯২১ ৰপৰা ১৯৪৪ চনলৈ কিমান বাৰ যে জেল খাটিলে? পাইকাৰী জৰিমনাৰ নামত ঘৰৰ লাম-লাকটুকো ক্ৰোক কৰি নিয়াৰ কথা মাকৰ মুখৰপৰা ত্ৰৈলোক্যইতে শুনিছিল। অসমীয়া-বঙালী, হিন্দু-মুছলমান, কছাৰী-কলিতা, এনে কাজিয়াৰ বিৰুদ্ধে পিতাকৰ সবল বিৰোধিতা সি দেখি আহিছে। মাছমৰীয়াৰ ঘৰত আনুষ্ঠানিকভাৱে ভোজ-ভাত খাই গান্ধীৰ হৰিজন নীতি বাস্তৱত ৰূপায়িত কৰাৰ বাবে বায়েকৰ বিয়া ভাগিছিল আৰু সেই বেজাৰতে বায়েকে আপোনাঘাতী হৈ মৰাৰ কথাও তাৰ মনত আছে। ককাইদেউৰ আগত পিতাকে কৈছে,

: এৰা বোপাই, এয়া কি হ'ল? বগা চামৰাৰ ঠাইত কলা চামৰাৰ চাহাব আহিল—বাকী কথা দেখোন একেই থাকিল? হাকিম-আমোলাৰ দুৰ্নীতিৰ কোৰ চলিল, পুলিচৰ অত্যাচাৰ নকমিল। যিবোৰে ইংৰাজৰ লগ লাগি ৰাইজক ঠগিছিল—সেইবোৰেই দেখোন এতিয়াৰ চৰকাৰবো বৰ পুত্ৰ হ'ল। ভোটৰ বাবে জাতি-ধৰ্মৰ নামত ৰাইজক খানবান কৰাৰ বাট দেখোন ইহঁতেই দেখুৱালে।

পিতাকে ত্রিভুবন ককাইদেউৰ আগত ব্যথিত হৈ কথাবোৰ কৈ গৈছে ; যি ককাইদেউৰ কামত অসন্তুষ্ট হৈ আগতে এদিন কৈছিল—

কমিউনিষ্ট নে চমিউনিষ্ট হবলৈ তাক কিহে পালে ? এয়া হল বিদেশী আদৰ্শ—হিংসাৰ আদৰ্শ। ইমানদিনে কংগ্ৰেছ কৰি ইমান ত্যাগ স্বীকাৰ কৰি তাৰ মতিচ্ছন্ন হ'ল। সি গান্ধী নেহৰুৰ নীতি বাদ দি বিদেশী নীতি ললে।

পিতাকে ভাবিছিল—বাগিচাৰ মাটিৰ লেঠাটো লগাইছে মণ্ডল-কাননগু-চবডেপুটিয়ে। যুদ্ধৰ সময়ত সেই ঠাইত বণুৱা-বাহৰ সাজিছিল। যুদ্ধৰ পিছত বাগিচাৰ চৌহদত এই প্ৰকাণ্ড পথাৰখন সুমুৱাই ললে। এইখন চৰণীয়া পথাৰ আছিল বুলি কোনে নেজানে ? ককাইদেৱে কৈছিল—ইংৰাজ চাহ কোম্পানী। কথাত চাহাব চৰকাৰ পতিয়ন গৈছিল—কিন্তু আমাৰ কংগ্ৰেছ চৰকাৰেও আজি সেই কথা শুনে—শুনিবলৈ বাধ্য। কাৰণ এয়া সাম্ৰাজ্যবাদৰ সতে কংগ্ৰেছৰ আপোছৰ ফলত অহা স্বাধীনতা।

পিতাকে প্ৰতিবাদ কৰি কৈছিল—ত্রিভুৱন বোপা, তুমি কথাবোৰ ওলোটাকৈ ভাবিছা। মই নিজে চহৰলৈ যাম। এম. এল. এ., জিলা কংগ্ৰেছৰ নেতাক কথাটো বুজাম। মণ্ডল-চবডেপুটিৰ আচল কথাটো উদঙাই দিম। দৰকাৰ হলে চিলঙলৈ যাম। নেহৰুলৈয়ো লিখিম। মাটি বাগিচাৰপৰা উলিয়ামেই।

নাই, পিতাকে নোৱাৰিলে, বুজিলে চিলঙৰ মন্ত্ৰীৰপৰা গাওঁৰ মণ্ডললৈ কথাৰ সুৰ একেটা। জিলা বা প্ৰদেশ কংগ্ৰেছৰ বাবে এই সমস্যা গুৰুতৰ নহয়। নেহৰুলৈ আৰু নিলিখিলে। নোৱাৰিলে, সাতামপুৰুষীয়া চৰণীয়া পথাৰখন বাগিচাৰ গৰাহৰপৰা উলিয়াই লব নোৱাৰিলে। বাগিচাৰ বৰবাবুৱে দেওৰধীয়া হাটত লগ পাই কলে—মাটি যদি আপোনাক নিজলৈ লাগে, কওক, সেয়া নহলেও আনকালৰ বাগিচা প্ৰান্তৰ পতিত মাটি চাহাবক কৈ কেইপুৰামান আপোনাক দি দিয়াম।

ঠিক একেটা কথাকে সংশ্লিষ্ট মন্ত্ৰীজনায়ো কলে—সেইডোখৰ মাটিত আপুনি লাগিছে কিয় ? চাহ শিল্পত আঘাত কৰা দেশৰ নীতি নহয়—চাহৰপৰা কৌটি কৌটি টকাৰ বিদেশী মুদ্ৰা অৰ্জিত হয়। আপুনি নিৰ্য্যাতিত—নিজৰ বাবে লাগে যদি তাতে দহ-বাৰ পুৰা মাটিৰ ব্যৱস্থা কৰি দিওঁ।

তলমুৰ কৰি ওলাই আহিল পিতাক। তেওঁ জানো নিজৰ বাবে কিবা বিচাৰিছে ? অপমান !

অলপ পৰ থাকি ত্ৰিভুৱন ককাইদেউ হাবিৰ ফাললৈ আঁতৰি গ'ল। পুলিচে বিচাৰি ফুৰিছে।

পিতাকৰ চিন্তাৰ কথা ত্ৰৈলোক্যই গম পাইছে। বাগিচাৰ বাহিৰৰ বস্তিৰ মাটিহীন চাহ-বনুৱা সম্প্ৰদায়ৰ মানুহে সেই মাটি দখল কৰিছে। পুলিচে কমিউনিষ্ট বুলি কেইজনমান বনুৱা নেতাক ধৰি লৈ গৈ অমানুষিক অত্যাচাৰ কৰিছে। এলেকাৰ ন-কংগ্ৰেছী, বাগিচাৰ ঠিকাদাৰ ৰাজেন্দ্ৰ গাওঁবুঢ়াই গাৱঁৰ মানুহক লগাই দিছে সেই বঙাল বনুৱাসকলৰ বিৰুদ্ধে। কথা গহীন। যুঁজিবলৈ, আলচ কৰিবলৈ মানুহ নাই। নিজৰ দেহতো আগৰ শক্তি নাই।

ককাইদেউৰ পৰামৰ্শমতে বাপুৰাম দদাইদেৱে বনুৱাসকলৰ এখন সমিতি গঠন কৰি মাটি-বিতৰণ কাৰ্য্য সমাধা কৰিলে। তেওঁ নিজে সমিতিৰ সভাপতি হোৱাত ৰাইজৰ বিৰোধিতা সমাকৰূপে তল পৰিল; কিন্তু চৰকাৰৰ লগত লেঠা ভালকৈহে লাগিল। কোম্পানীৰটো আছেই। গাৱঁৰ কেও-কিছু নোহোৱা শৰতকো তাতে এভাগ মাটি দিয়া হ'ল।

ত্ৰৈলোক্যহঁতৰ মাক আগতে ঢুকাইছিল। ভনীয়েক শেৱালী আক তাক নিঠৰুৱা কৰি পিতাকো গ'লগৈ। সংসাৰত সিহঁতহালৰ আপোন বুলিবলৈ কোনো নাই, ত্ৰিভুৱন ককাইদেৱো আত্মগোপন কৰি ক'ত আছে সিহঁতে নাজানে। মৃত্যুৰ আগমুহুৰ্ত্তত পিতাকে তেওঁক ৰৰকৈ বিচাৰিছিল।

পিতাকৰ দহা-কাজাদি হৈ গ'ল। এইবোৰ কামত একমাত্ৰ শৰতেহে তাক আন্তৰিকভাবে সহায় কৰিলে। বমুৱাসকলৰ লগ লগা বাবে গাৱঁৰ এচাম মানুহে তাহাঁতক বেয়া পাইছিল। খোলাখুলিকৈ সহায় কৰিলে হিতে বিপৰীত হোৱাৰ ভয়তে সি তেনে কৰিলে। কাৰণ গাৱঁৰ মানুহৰ চকুত সি বিধৰ্মী, বিপ্লৱীয়া, এটা প'ৰণ্ড।

পিতাকে সিহঁতলৈ ভেটিটোৰ বাহিৰে একো এৰি নগ'ল। খৰচৰ অভাৱত পঢ়া এৰি এবছৰমান আগতে ওচৰৰ এম. ই. স্কুলত চাকৰিটো পাই ত্ৰৈলোক্য বৰ্ত্তি গৈছিল। সত্তিয়া সমস্ত এইবোৰকে ভাবি সি আমন-জিমনকৈ বহি থাকোঁতে কোনোবা এজনেৰে সৈতে ককাই-দেউক অহা দেখি তাৰ মনটো ভাল লাগি গল—সি যেন বুকুৰ আপোনজনক পালে। খৰ সোমায়ে ককাইদেৱে কলে,

: খবৰটো মই বাতৰি কাকতহে পালো। মই যে শেষ সময়তো এবাৰ দেখা দিবহি নোৱাৰিলো—তাৰ বাবে বৰ বেয়া লাগিছে।

: পিতাদেৱে আপোনাৰ খবৰ কেইবাদিনো লৈছিল—আপোনাৰ কথা কোনেও কব নোৱাৰিলে।

: এৰা, এতিয়া আমাৰ কোনো ঠিকনাই নাই। নহয় জানো কমৰেড্ সিং! কিন্তু এটা দিন আহিব—সেইদিনা আমাৰ খবৰ প্ৰত্যেকেই জানিব।

লগত অহাজনৰ কালে চাই তেওঁ কথা কেইষাৰ কওঁতে কিবা এক নিবিড় প্ৰাপ্তিত চকুহাল জকমকাই উঠিল।

লগৰজনৰ সতে ককাইদেৱে চিনাকি কৰি দিলে,

: এখেত মোৰ সহকৰ্মী কমৰেড্ জগৎ সিং—এসময়ত পাহাৰত আছিল। এতিয়া অসমত মজদুৰ সংগঠন কৰিছে। কমৰেড্, ই মোৰ ভাই ত্ৰৈলোক্য। সোজনী শেৱালী, মোৰ ভনী।

জগৎ সিঙক ককাইদেৱে পঞ্জাবৰ বুলি কলেও চেহেৰা কিবা পোছাক পাতিত পাঞ্জাবীৰ চিন নাই। অকণমান বৈ ককাইদেৱে পুনৰ কলে,

: এখেত দুদিনমান ইয়াতে থক। অকলশৰে থকাতকৈ কোনোবা এজন থাকিলে তহঁতৰো ভাল লাগিব। ময়ো থাকিলোহেঁতেন—পিছে এটা বিশেষ কামত গুৱাহাটীলৈ যাব লাগে! তাৰোপৰি মই থাকিলে তহঁত অসুবিধাতো পৰিব পাৰ, ইয়াত মোক সকলোৱে জানে। এখেত বসুৱা বস্তিলৈ যাব। তাতে শৰৎ থাকে নহয়,— লগ লগাই দিবি। বেজাৰ কৰি নাথাকিবি। দদাইদেউহঁতৰ সপোন এদিন আমিয়েই বাস্তৱত ৰূপায়িত কৰিব লাগিব।

জগৎ সিঙক একান্ত আপোনভাবে পাব পাৰি ত্ৰৈলোকহঁতৰ মনৰ দুখ ভালেখিনি পাতলিল। তাঁহাতৰ ঘৰতে শৰতৰ লগত চা-চিনাকি হৈ তেওঁ বসুৱা বস্তিলৈও গ'ল। মানুহজনে অসমীয়া সুন্দৰকৈ জানে। বসুৱাসকলৰ ভাষাতো তেওঁ কথা কব পাৰে।

দদাইদেউ ঠুকুৰাত শৰৎহঁতৰ হাততে মাটি দখলৰ আন্দোলনটোৰ ভাৰ পৰিল।

আহিন মাহ। পথাৰত বসুৱাসকলৰ খেতি লহ-পহকৈ বাঢ়িছে। অঞ্চলটোৰ জনচেৰেক ধুৰন্ধৰ নেতাৰ সহযোগত বাগিচাৰ মালিকে পথাৰত ম'হ উদং মেলি শস্য নষ্ট কৰাৰ ষড়যন্ত্ৰ কৰিলে। খবৰটো পাই বসুৱাসকলৰ মুখৰ মাত হৰিল। ফচল নাপালে কি খাই জীয়াই থাকিব? শৰৎ আৰু জগৎ সিঙৰে সৈতে গৈ বসুৱাসকলে জনোৱা মিনতিয়েও কাম নিদিলে। কি কৰিব কি নকৰিব ভাবি চিন্তি থাকোঁতেই শৰতে সজোৰে ঘোষণা কৰিলে : ভাইহঁত সাজু হ,— আমি পথাৰত পহৰা দিম। কোন ছালাই ম'হ মেলি ধান খুৱাবলৈ আহে চাই লম।

কথাটো সকলোৱে মনঃপুত হ'ল।

নিৰ্দিষ্ট দিনা পহৰাদাৰী দলটোৰ আগত মেচী দাখন লৈ শৰৎ। তীৰ-ধেনু-দা-কুঠাৰ লৈ বস্তিৰ সকলো কৰ্মঠ বসুৱা তাৰ পাছত। সিফালৰপৰা ম'হ খেদি খেদি ভালেমান মানুহ অহা দেখা গ'ল। সকলোৰে মন উদ্বিগ্ন। জাকটো আহি ওচৰ পালত শৰতে চিঞৰিলে,

: খবৰদাৰ, আৰু আগ নাবাঢ়িবি—ম'হ ওভতাই নে।

মানুহবোৰে তাৰ কথালৈ কাণ নকৰি ম'হ খেদিয়েই থাকিল। গেঁৰা এটা দৌৰি আহি ধানত মুখ দিওঁতেই শৰতে হাতৰ ডাঙৰ যেচী দাখনেৰে তাৰ পিঠিত এটা পূৰ্ণহতীয়া কোৰ সোধালে। বিকট গোজৰণি মাৰি বোকাত চুচৰি চুচৰি ম'হটো ঢলি পৰিল। পানীখিনি ৰক্তিম হ'ল। শৰতৰ চকু-মুখত জুই—দাখন তুলি লৈ সি মানুহজাকৰ ফালে চোঁচা ললে। মানুহবোৰ বিশ্বা শৰদে বাজ-আলিৰ ফালে দৌৰিল, অলপ দূৰ গৈ শৰৎ থমকি ৰ'ল। কোনোবা এজনে দুবৈৰপৰা ম'হটো তেনেকৈ মৰাত তাক জেইলীত মৰিবলৈ বুলি শাওপাত দিছে—ম'হটোৰ গৰাকীও হব পাৰে।

তেতিয়াৰেপৰা বসুৱাসকলে পাল পাতি পহৰা দিলে। তেওঁ লোকৰ মানত শৰৎ দুৰ্দ্দান্ত সাহসী আৰু অতি ভাল মানুহ।

* * *

অঞ্চলটোৰ ঠাই বিশেষত তেলখাদ আৱিষ্কৃত হোৱাত পৰিত্যক্ত ঠাইডোখৰ পৃথিবী-বিখ্যাত হৈ পৰাৰ লগে লগে অভাবনীয় পৰি-বৰ্ত্তনৰ সন্মুখীন হ'ল। ইয়াৰ ভালেমান বাসিন্দা ঘৰ-দুৱাৰ এৰি আহিব লগীয়া হ'ল। বিনিময়ত জনচেৰেকে কিছু নগদ টকা পালেও, সৰহভাগে নেপালেই; যেয়ে পালে সিও সেই টকাৰ সদ্‌ব্যৱহাৰ কৰিব নোৱাৰিলে।

নতুনকৈ গঢ়ি উঠা তেল উদ্যোগে অঞ্চলটোৰ পুৰণি ঐতিহ্যৰ প্ৰতি প্ৰত্যাহ্বান জনালে। অভাৱৰ তাড়না আৰু আধুনিক জীৱনৰ হাত-বাউলিত বহুতেই নৈতিক আদৰ্শ জলাঞ্জলি দি বিভিন্ন উপায়েৰে ধন ঘটাত লাগিল। নাৰী দেহৰ বেচা কিনাও অবাধে চলিবলৈ ধৰিলে। এনেবোৰ অধঃপতনৰ কথা লুকুৱাই ৰাখি কাকতে-পত্ৰই সদায় অঞ্চল-টোৰ প্ৰগতিৰ খতিয়ানহে দাঙি ধৰা হল।

বসুৱা বস্তিৰ কৰ্ম্মঠ প্ৰায় সকলোৱেই কিবা নহয় কিবা এটা কামত সোমাল। অসমীয়াসকল কিন্তু যি কোনো কাম কৰিবলৈ ৰাজি

নহয়—লাগিলে-ভোকে লঘোনেই থাকিব লগা হক। এয়া জীৱনৰ বিকৃত মূল্যবোধ—পুঁজিবাদী সমাজ-ব্যৱস্থাৰ অভিনৱ অবদান। আকাঙ্ক্ষিত চাকৰি পাবলৈ যথোপযুক্ত অৰ্হতা নাথাকিলেও আমাৰ মুখৰ ভাত আনে কাঢ়ি খাইছে বুলি নেতাসকলে চলোৱা আস্ফালনে নতুন পুৰুষৰ তেজ গৰম কৰি তোলে। সমাজ-ব্যৱস্থাৰ স্থায়ী পৰিবৰ্তনৰ সংগ্ৰামত কিন্তু আমাৰ নতুন পুৰুষে আগ ভাগ নলয়।

[ ২ ]

ৰহমানে পাৰ্টি-অফিচৰপৰা গৰম হৈ আহি কলে—

: তই সঁচা কথা কচোন, তহঁতৰ গাৱঁৰ কমৰেড্ জগৎসিঙক তই চিনি পাৱ? ত্ৰৈলোক্য আৰু শেৱালীক এৰা?

: জানো। কিয়, কি হ'ল?

: তোক চাই চিন্তিছে হেনো পাৰ্টিয়ে লব। শেৱালীক যে বদমাচ বাবুৰ হাতত গতাই দিছিলি, গুণ্ডাৰ দলত লগ লাগি যে কমৰেড্ ত্ৰিভুবন ককাইদেউক জখম কৰিছিল সেই শৰৎ তয়ে নে আন কোনোবা? ত্ৰিভুবন ককাইদেউ কথমপিহে জী উঠিল, শেৱালী আন ধৰণৰ ছোৱালী বুলিহে ৰক্ষা পৰিল। উঃ নামাত দেখোন? তহঁতৰ ভাত আৰু আন শৰৎ আছেনে, তয়েই—?

ৰহমানৰ আগত লুকুৱাব নোৱাৰিলো—সকলো কথা অকপটে স্বীকাৰ কৰিলো।······

এৰা, মৰেই সেই শৰৎ চাংমাই। মোৰ আইৰ কথা কৈ বাবু-সকলে মোক পেংলাই কৰে। পিতাই বাগিচাৰ বৰবাবুৰ ভাত-বান্ধনি আছিল। সেই বাবুৰ ঘৰত কেইজনীমান বনকৰা বগুৱা ছোৱালী আছিল। তাৰে দেখনিয়াৰ এজনীক পিতায়ে ভাল পাই পেলালে। বৰবাবুৰ স্বভাৱটো অলপ লুতুৰা বিধৰ। তেৱোঁ তলে তলে সেইজনী ছোৱালীলৈকে চকু দিছিল। পিছত বৰবাবুৱে ছোৱালীজনী পিতাইৰ লগত পঠাই দিছিল। সেইজনীয়েই মোৰ আই।

ববৰাবুৰে পিতাইহঁতক ভালেখিনি টকা-পইচা দি পঠিয়াইছিল। তাৰে তেওঁ ইয়াত অলপ মাটি-বাৰী কিনি লৈ নিগাজীকৈ বসবাস কৰিছিল। বগুৰাৰ বাহিৰে আন মানুহ আমাৰ ঘৰলৈ বৰকৈ নাহে। কেৱল বহমানেহে মোক মৰমৰ চকুৰে চায়। মোৰ শৈশৱটো ভালেৰেই কাটিছিল। আই-পিতায়ে মোক বৰ যত্নত তুলিছিল। মই হাই স্কুললৈকে পঢ়িছিলোঁ। আই-পিতা দুয়ো অসুখত পৰি অগা-পিছাকৈ মৰিলত পঢ়া এৰিব লগীয়া হৈছিলো। চিকিৎসাৰ খৰচৰ বাবে মাটিবাৰী সকলো গাঁৱৰ মহাজনক গতাব লগা হ'ল। আই-পিতাইৰ এই কাহিনী মই পাছত শুনিছো। ৰহমানে মোক বৰ ভাল পায়। সকৰেপৰা সি আনতকৈ বেলেগ। আজিকালি সি গুৱাহাটীত

ত্ৰিভুবন ককাইদেউ আৰু বাপুৰাম দদাইদেৱে মোক ইটো-সিটো কামত লগাইছিল। কাম কৰি দিলেও মই তেওঁলোকক বিশ্বাস কৰা নাছিলোঁ। 'বাবু মানুহ' দেখিলেই মোৰ ববৰাবুৰ কথা মনলৈ আহিছিল আৰু কিবা ঘিণ ঘিণ লাগিছিল। স্কুল এৰি মই য'তে যেনেকৈ পাওঁ মদ-ভাত খাই অনাই বনাই ফুৰিছিলো। পাছলৈ অৱশ্যে বাপুৰাম দদাইদেউৰ মোলৈ থকা সঁচা মৰমৰ পৰিচয় পাব পাৰি তেওঁলৈ শ্ৰদ্ধা জন্মিছিল। ত্ৰৈলোক্য আৰু শেৱালীকো মই মৰম কৰিছিলো। ত্ৰিভুবন ককাইদেউক মই শ্ৰদ্ধা কৰিলেও তেওঁৰ বিষয়ে মোৰ বিশেষ ধাৰণা নাই। নতুনকৈ অহা বগুৰাবোৱে মোক অতি আপোন কৰি লৈছিল। দদাইদেউ মৰাৰ পাছত মই তাহাঁতৰ হৈ কৰা কামৰ বাবে সিহঁত মোৰ ওচৰত কৃতজ্ঞ হোৱা দেখি মোৰ নিজকে তাহাঁতকৈ ওপৰ যেন লগা হ'ল। সেয়েহে সিহঁতৰ লগতে পোৱা ভেলখাদৰ দিনমজুৰী চাকৰিত মই নোসোমালো। মোৰ শৰীৰত থকা ববৰাবুৰ তেজেও হয়তো ক্ৰিয়া কৰিলে।

জগৎ সিং বোলা মানুহটোক মোৰ প্ৰথমতে বৰ ভাল লাগিছিল। ৰহমানৰ দৰে এজন সঁচা বন্ধু পোৱা যেন মোৰ অনুমান হৈছিল।

শেৱালীৰ ব্যৱহাৰে মোক অসুবিধাত পেলালে। সি ইয়াত থাকিবলৈ লোৱাৰ কিছুদিনৰ পাছৰপৰা শেৱালীয়ে মোক কমকৈ বিচৰা হ'ল। এয়া মোৰ বাবে অসহনীয়। কাৰণ শেৱালীক মই মনে মনে ভাল পাই পেলাইছিলো। নিজৰ ওপৰত ভৰসা নথকাৰ বাবেই কথাটো খুলি কব পৰা নাছিলো। জগৎ সিঙৰ উপস্থিতিয়ে মোক ভয় খুৱাই দিলে। এদিন অকলশৰীয়াকৈ পাই শেৱালীক মই ভাল পোৱাৰ কথা ক'লো। তাই হো-হোৱাই হাঁহি দিলে। এনেতে কৰবাৰপৰা আহি জগৎ সিঙে সুধিলে,

: কি হ'ল শেৱালী—ইমান হাঁচি-খুচি কিহৰ ?

শেৱালীয়ে কলে,

: এওঁ বো:লে মোক বিয়া কৰায়।

আকৌ সেই হাঁহি।

জগৎ সিঙে কলে,

: ঠিক আছে হব, আগেয়ে সমাজখন সলাই লব লাগিব।

কথাবোৰে মোৰ বুকুত শেলে বিন্ধাদি বিন্ধিলে। জগৎ সিঙৰ আগত এনেকৈ ধৰা পৰি যোৱাত মোৰ মৰি যোৱা যেন লাগিল। তেতিয়াৰেপৰা শেৱালী আৰু জগৎ সিং দুয়োটাকে মোৰ ভাল নলগা হ'ল। মোক ইহঁতে হাতিয়াৰ হিছাপে ব্যৱহাৰ কৰিবলৈ লোৱা যেন লাগিল। মই পৰা পক্ষত তাহাঁতৰপৰা আঁতৰে আঁতৰে থকা হলো।

খলুৱা স্বাৰ্থ ৰক্ষা কমিটি নামৰ কমিটি এখন পাতি উগ্ৰ অসমীয়া প্ৰেমী যুবক কেইজনমানে চাকৰিৰ বাবে হুলস্থূল লগাই আছিল। কৰবাৰ অচিনাকি নেতা এজন মোৰ ঘৰলৈ আহি মোক ভাল চাকৰি দিয়াৰ প্ৰতিশ্ৰুতি দিলে। কেৱল তাহাঁতৰ কমিটিৰ সভ্য হব লাগে। মই ৰাজি হৈ গলো। মিচিকিয়াই হাঁহি তেওঁ কলে,

: তুমি কালিৰে পৰা লেবাৰ অফিচলৈ যাবা।

তুলনামূলকভাবে ভাল দৰ্মহাবেই চাকৰি পালো। মাহে মাহে সৰহীয়া দৰ্মহা পোৱা বাবে মোৰ মদ আৰু জুৱাৰ নিচাও বাঢ়ি গল। নেতাজনৰ নিৰ্দ্দেশমতেই জগত সিংহৰ লগত দেখা-দেখিকৈ শত্ৰুতা নকৰিলো। মই ভাল চাকৰি পোৱাত শেৱালীয়ে এতিয়া মোৰ প্ৰেম-নিবেদন হাঁহি উকৰাই নিদিব বুলিয়েই মোৰ ধাৰণা জন্মিছিল। মনে মনে ভাবিছিলো হয়তো এতিয়া উপযাচিয়ে তাই মোক বিচাৰিব। ত্ৰৈলোক্যই মোক আগৰ দৰেই ব্যৱহাৰ কৰিলেও শেৱালীক অলপ কঠোৰ যেনহে লাগিল। মোৰ জেদ বাঢ়ি গ'ল। যি কোনো প্ৰকাৰে শেৱালীক জব্দ কৰিবলৈ মই আপ্ৰাণ চেষ্টা চলালো। কিন্তু কোনো পথেৰেই নোৱাৰিলো। শেৱালীৰ চৰিত্ৰৰ দৃঢ়তাই মোক হতাশ কৰিলে। মাক-বাপেক নথকা এজনী সৰল গাৱঁলীয়া ছোৱালীৰ মন জয় কৰাটো সহজ যেন লাগিলেও এয়া কিমান টান সেয়া মই অভি-জ্ঞতাৰে উপলব্ধি কৰিছো। তথাপিও মই নিৰাশ নহৈ মাজে-সময়ে আহ-যাহ কৰি থাকিলো।

ঘড়ীৰ কাটাৰ লগে লগে ঘূৰিব লগীয়া আমাৰ চাকৰি। তেনেকৈ চলা মোৰ অভ্যাস নাই। প্ৰথম অৱস্থাত সহকৰ্মীসকলে কষ্ট স্বীকাৰ কৰিও মোৰ চাকৰি বৰ্তাই ৰাখিছিল। কিন্তু মোৰ গাফিলতি কৰ্তৃ-পক্ষৰ দৃষ্টিগোচৰ নোহোৱাকৈ বেছি দিন নাথাকিল, সাময়িক হিচাপে কামবপৰা বৰ্খাস্তৰ জাননী মোৰ হাতত পৰিলহি। মই কৌশলেৰে ঘটনাটোৰ অন্য ৰূপ দিলো। ময়েই তাত একমাত্ৰ অসমীয়া চাকৰিয়াল বাবে তেনে কৰিছে বুলি জোৰ প্ৰচাৰ চলালো। মোৰ আহ্বানে অভূতপূৰ্ব সহাঁৰি পালে। অন্ধ অসমীয়া-প্ৰেমী একাংশ যুৱক একত্ৰিত হৈ সমগ্ৰ অঞ্চলটোত বিভীষিকাৰ সৃষ্টি কৰিলে। যি-সকলে এদিন মোক অসমীয়া সমাজত স্থান দিয়া নাছিল সেইসকলো উবুৰি খাই পৰিল। গোটেইবোৰতে দাঙ্গা-হাংগামা সংঘটিত হ'ল। বাতৰি কাকতবোৰতো আমাৰ কলীয়া খবৰ তাণ্ডৱকৈ ওলাল। সমগ্ৰ অসমতে এক ভয়াবহ পৰিবেশৰ সৃষ্টি হ'ল। সংখ্যালঘুসকল ত্ৰাসত

আতঙ্কিত। চাৰিওফালে বিদ্বেষৰ জুই—পৰিস্থিতি প্ৰায় নিয়ন্ত্ৰণৰ বাহিৰ।

ককাইদেউহঁতৰ দলে গঠন কৰা ইউনিয়নখন তেতিয়ালৈকে তিমান শক্তিশালী হোৱা নাই। ইখন ইউনিয়নৰ সভ্য-সংখ্যাও বেছি আৰু কৰ্ত্তৃপক্ষই স্বীকৃতিও দিছে। মোক চাকৰি দিয়া নেতাজনৰ লগত আলচ কৰি কৰ্ত্তৃপক্ষই মোৰ বৰ্থাস্তৰ আদেশ তুলি লবলৈ বাধ্য হ'ল। বাইজৰ মাজত দেখাত সম্প্ৰীতি প্ৰতিষ্ঠিত হলেও ভিতৰি ভিতৰি বিদ্বেষৰ তুঁহ জুই উমি উমি জ্বলি থাকিল। আমি সেই জুই জ্বলাই ৰাখিবলৈ যত্নবান হলো। ইখন ইউনিয়নেহে সঁচা সম্প্ৰীতিৰ বাবে আন্তৰিকতাৰে কাম কৰি ভালেখিনি সফলতা লাভ কৰিছিল। শেৱালী আৰু ত্ৰৈলোক্যয়ো সম্প্ৰীতিৰ বাবে কাম কৰিছিল। সিহঁতে মোকো মাতিছিল। মই অজুহাত দেখুৱাই আঁতৰি ফুৰিছিলো। সেই নেতাজনে এদিন কলে,

: তোমালোকে মন কৰিছানে? এই কমিউনিষ্ট ইউনিয়নখনে অসমত অসমীয়াৰ অস্তিত্ব কেনেকৈ বিপন্ন কৰিবলৈ ওলাইছে। ইহঁত বৰ চয়তান—জাতি-ধৰ্ম একোকে নামানে। ইহঁতৰ কবলৰপৰা বাইজক ৰক্ষা কৰাটো আমাৰ পবিত্ৰ দায়িত্ব। ইয়াৰ মূলতে যে এই ত্ৰিভুবন বৰুৱা সেই কথাটো তোমালোকে ধৰিব পাৰিছাই। তাক ভালকৈ এশিকনি দিলেই সকলো ঠাণ্ডা হৈ যাব। কথাটো মোৰ সঁচা যেন নালাগিলেও প্ৰতিবাদ নকৰিলো।

ইউনিয়নৰ প্ৰতিষ্ঠা বাৰ্ষিকীৰ কেইদিনমান আগতে নেতাজন আহি আমাক কলেহি,

: এই পৱিত্ৰ দিনৰ আগতে আমাৰ প্ৰধান শত্ৰুক কাবু কৰিবই লাগিব।

আমাৰ লগৰ গদাধৰে কৈ উঠিল,

: সেইটো একো ডাঙৰ কথা নহয়—আমি তেনেকৈ যত্ন কৰা নাই বাবেহে······নে কি কৱ শৰৎ?

মই একো নকলো। নেতাজনে মেলৈ এখন কাগজ আগ বঢ়াই ক'লে,

: শৰৎ, এয়া তোমাৰ ভাল খবৰ। বৰ্থাস্ত হৈ থকা সময়ৰ গোটেইখিনি দৰমহা বনাছ সহ তুমি পাবা।

মই মনে মনেই থাকিলো। মানুহজন উঠি গৈ চুটকেছ খুলি ছুটা বিলাতী মদৰ বটল মোৰ কাষৰ টেবুলখনতে থলেহি। আমাৰ সকলোৰে লোলুপ দৃষ্টি একত্ৰিত হ'ল। তেওঁ পুনৰ ক'লে,

: বুজিছা শৰৎ, কামটো তোমলোকে আজিয়েই সমাধা কৰিব লাগিব।

মই কলো,

: নহব ককাইদেউৰ গাত মই হাত তুলিব নোৱাৰো। ইহঁতে কৰিলে কৰক।

নেতাজনে কিছু সময় মোৰ ভবিৰপৰা মূৰলৈকে চাই কলে,

: ঠিক আছে, তুমি নিজে নকৰিলেও কথা নাই— ইহঁতক সহায় কৰি দিবা। যি কোনো প্ৰকাৰে কামটো হাচিল হব লাগে। যোৱা, এতিয়া কৰবাত খাই-বৈ গাটো টঙাই লোৱাঁগৈ। মাংসৰ বাবে এই কেইটকা নিয়া।

নেতাজনে তিনিখন দহটকীয়া নোট টেবুলৰ ওপৰত থলে। গদাধৰেই সকলো সামৰি ললে।

ককাইদেউৰ এতিয়া বয়স যথেষ্ট। অত্যধিক পৰিশ্ৰমৰ বাবে তেওঁৰ স্বাস্থ্যও ভাগি পৰিছে। তথাপিও তেওঁৰ কথাৰ খোলা প্ৰতিবাদ কৰাৰ কাৰো সাহস নাই। ঔদ্যোগিক অঞ্চলৰ ভাতৰৰ পাৰ্টিলৈও মাজে সময়ে তেওঁ যাব লগা হয়। বনুৱা বস্তিৰ বাসিন্দা-সকলৰ মাজতো তেওঁলোকৰ পাৰ্টিৰ প্ৰভাৱ জোৰদাৰ। এইবিলাক দেখিও মই তেওঁলোকৰ লগত সহযোগিতা নকৰাৰ কাৰণ মোৰ নতুনকৈ পোৱা বাবুমাৰ্কা চাকৰি আৰু মোৰ প্ৰেম-নিবেদন উলাই কৰি সিহঁৰ লগত কৰা শেৱালীৰ হলি-গলি। মই শেৱালীক দেখুৱাই

দিব খোজোঁ যে তাহাঁতৰ সহায় নোলোৱাকৈও মই কিবা-কিবি কৰিব পাৰো।

আমি কেয়োটাই ককাইদেউ ৰাতি ভাত খাই পাৰ্টি অফিচত শুবলৈ ঘূৰি অহাৰ পথত খাপ দি থাকিলো। সেইডোখৰ ঠাই বেচ নিৰিবিলি—ৰাতি মানুহৰ সমাগমো নাই। যথাসময়ত নিৰ্ভীক পদ-ক্ষেপেৰে তেওঁ সেই বাটেদিয়েই আহিল। মই লগৰ কিটাক ইংগিত দি একাষৰীয়া হৈ ৰলো। মুহূৰ্ততে তিনিওটা ককাইদেউৰ ওপৰত জঁপিয়াই পৰিল। এক ভয়াবহ আৰ্তনাদ কৰি ককাইদেউ মাটিত ঢলি পৰিল। খন্তেকতে আমি আন্ধাৰত হেৰাই গলো। জংঘলৰ মাজৰপৰা জুমি চাওঁতে সিফালৰপৰা জগৎ সিং আৰু ত্ৰৈলোক্য হাতত লেম্প লৈ কোবা-কুবিকৈ অহা আমাৰ চকুত পৰিল।

পিছদিনা আমাক নেতাজনে কলে যে ককাইদেউক হস্পিটেলত ৰখা হৈছে। তেওঁ গৈ হেনো দেখাও কৰি আহিছে।

এই দুৰ্ঘটনাত আমাৰ মজদুৰ ইউনিয়নৰ হাত থকা বুলি বহুতেই মনে মনে সন্দেহ কৰিলেও প্ৰকাশ্যে কবলৈ কোনেও সাহস নকৰিলে। তেওঁক চক্ৰান্ত কৰি অনা-অসমীয়া চাকৰিয়ালে মৰা বুলি আমাৰ নেতাসকলে চলোৱা জোৰ প্ৰচাৰে অসমীয়াসকলৰ মনবোৰ বিদ্বেষেৰে ভৰাই তুলিলে। পুলিচো নীৰৱ হৈ থাকিল।

এদিন বাটতে লগ পাই ত্ৰৈলোক্যই মোক তাহাঁতৰ ঘৰলৈ মাতি নি কলে,

: তই আজিকালি আমাৰপৰা পলাই ফুৰা হলি কিয় ?

মই কলো,

: আজিকালি প্ৰায়েই অ'ভাৰটাইম কৰিব লাগে, সময়কে নাপাওঁ।

সি কলে,

: এই নেতাবোৰৰ কাণ্ড-কাৰখানা তই মন কৰিছনে ? উদ্যোগ প্ৰতিষ্ঠানটোত কাম কৰিবলৈ বিভিন্ন প্ৰদেশৰ মানুহ অহাৰ বাবেহে বোলে বস্তুৰ দাম বাঢ়িছে। চোৰাং কাৰবাৰীয়ে কৰা অপকৰ্ম তেওঁলোকৰ চকুত পৰা নাই।

শেৱালীয়ে আমাৰ ছয়োকে চাহ দিলেছি। মই কলো,

: তইঁতৰ এই ডাঙৰ ডাঙৰ কথাবোৰ আজিকালি দুবুজ্ঞ হ'লো।

শেৱালীয়ে কলে,

: কথাবিলাক ওলোটাকৈ বুজাত এও কিন্তু আজিকালি বৰ পাকৈত। তুমি ইমান তললৈ নামিবা বুলি ভবাই নাছিলো।

এদিন মোক অপদস্থ কৰা কথা মনত পৰি মোৰ টিঙিচকৈ খং উঠি গ'ল। মই কলো,

: হৈছে, হৈছে, ইমান কথা কবৰ দৰ্কাৰ নাই। আমি বেয়া মানুহ বেয়া হৈয়েই থাকিম। ...মই যাওঁ, তইঁতৰ লগত চুপতি মাৰি থাকিবলৈ মোৰ সময় নাই। তইঁতে তইঁতৰ মতে চলি থাক—ময়ো মোৰ মতেই চলিম।

শেৱালীহঁতৰ ঘৰৰপৰা ঘূৰোঁতে বাটত বন্ধুৱা বন্তিৰ বলবীৰে লগ পাই কলে,

: তই আজি-কালি পাকা বাবু হৈ গলি।

বাবু শব্দটো শুনি মোৰ অসন্তুৰ খং উঠিছিল। কিন্তু একো নামাতিলো।

আমাৰ অভাৱনীয় সফলতাত নেতাজন অতিশয় আনন্দিত হৈ এক বিৰাট পাৰ্টিৰ আয়োজন কৰিলে বাতি খাই-বৈ আমন্ত্ৰিতসকল ঘৰা-ঘৰি যোৱাৰ পাছত মদৰ নিচাত মহগুল হৈ থকা নেতাজনে মোক কাষলৈ মাতি নি কাণে কাণে কলে,

: এজনী ভেবোণীৰা মাইকী আনিব নোৱাৰিবনে ? মনটো ইমান পাতল লাগিছে—বাতিটো অকলে কটোৱা টান। টকা দিলেই হেনো ইয়াত নতুন ছোৱালী পোৱা যায়।

হঠাৎ মোৰ শেৱালীৰ কথা মনলৈ আহি গ'ল। তাইৰ বৰ ফুটনি, চোৱা য'ক। ত্ৰৈলোক্য হস্পিতেলৰপৰা মাজ ৰাতিহে ঘূৰে বুলি মই গম পাওঁ। মই কলো,

: চেষ্টা কৰি চাব পাৰোঁ—কিন্তু গোটেই ৰাতিৰ বাবে নহয়।

: এবাৰে আহি গলেই হ'ব। যোঁৱান—বেগেতে লৈ আহাঁগৈ।

মই পোনছাটেই শেৱালীহঁতৰ ঘৰ পালোহি। বাহিৰৰ কোঠাত লেম্পৰ পোহৰ দেখি মনটো দমি গ'ল—মনতে ভাবিলো—হয়তো ত্ৰৈলোক্য ঘূৰি আহিল। বাহিৰৰপৰা তাৰ নাম ধৰি সৰু-সৰুকৈ মাতিলো। শেৱালীয়েহে দুৱাৰ খুলি ভিতৰলৈ সুমুৱাই নিলে। তাইৰ চকু-মুখত কিবা এক যন্ত্ৰণা আৰু অসহায়তাৰ ভাব। সুধিলোঁ,

: ত্ৰৈলোক্য অহা নাই নেকি?

আবেগ-বিহ্বল কণ্ঠেৰে তাই কলে,

: তেওঁলোক হস্পিটেললৈ আবেলিতেই গ'ল। ককাইদেউৰ অৱস্থা বৰ বেয়া। মোৰ মনটো বৰ কিবা-কিবি লাগি আছে। ব'লানা এপাক খবৰ লৈ আহোঁগৈ। এনেয়েতো ইমান পলম কৰাৰ কোনো কাৰণ নাই।

শেৱালীৰ প্ৰস্তাৱত মই হাততে সৰগ চুকি পোৱা যেন পালো। তাই তত্তাতৈয়াকৈ দুৱাৰঘৰ বন্ধ কৰি মোৰ লগত ওলাল। অলপ দূৰ গৈ নেতাজন থকা ঘৰটোৰ কাষত বৈ কিবা এটা মনত পৰা যেন দেখুৱাই কলো,

: এটা কথা নহয় শেৱালী—মোৰ হাতত টকা বৰ কম আছে। কৰবালৈ নিব লগা হলেতো বহুতো টকাৰ প্ৰয়োজন হ'ব। ইয়াত এজন মোৰ চিনাকি মানুহ থাকে—তেওঁক এবাৰ কৈ চাওঁ।

তাই কলে,

: মই বাটতে ৰৈছো—তুমি গৈ আহাঁগৈ।

দুখোজমান সোমাই গৈ পুনৰ ঘূৰি আহি কলোহি,

: তয়ো লগতে আহ—নহলে মানুহজনে মিছাকৈ কোৱা বুলিও ভাবিব পাৰে। তাৰোপৰি টকা-পইচা লওঁতে কিছু সময় লাগিব। তইনো অকলে এই ৰাতিখন কি বাটত ৰৈ থাকিবি।

একো নামাতি তাই মোৰ পাছে পাছে আহিল। নিগনি জেঁপা মেকুৰীৰ দৰে বৈ থকা নেতাজনৰ কোঠাত আমি সোমাই পৰিলো। শেৱালীক তাতে বহুৱাই মই মানুহজনক একাষৰীয়াকৈ মাতি নিলো, মোৰ সফলতাত তেওঁ অতি আনন্দিত, চকুৱে-মুখে তেওঁ সন্তুষ্টিৰ

আমেজ। কথা কবলৈ নোপাওঁতেই তেওঁ মোৰ হাতত এখন এশটকীয়া নোট গুজি দিলে। মই কলো,

: বজকৰা নহয়—সাৱধান।

: চেহেৰা দেখিয়েই জানিছো। চিন্তাৰ কাৰণ নাই শৰৎ, দেখিলেই ভয় লগা বহুত চহৰীয়া ছোৱালী অমুকাই কাবু কৰিছো।

মানুহজনৰ দাম্ভিক উক্তিবোৰ মোৰ অসহ্য লাগিল। মই বেগাই হস্পিতেলৰ ফাল খোজ চলালো।

হস্পিতেলৰ বাৰাণ্ডাত জগৎ সিং আৰু ত্ৰৈলোক্যক উৎকণ্ঠাৰে অহা-যোৱা কৰি থকা দেখিলো। মই গৈ পোৱাৰ লগে লগে আবেগ-বিহ্বল স্বৰে ত্ৰৈলোক্যই কলে,

: তই আহি ভালেই কৰিলি। মহা বিপদত পৰিছো। ডাক্তৰে এতিয়াই মেডিকেল কলেজলৈ নিয়াৰ কথা কৈছে। তোৰ হাতত টকা আছে যদি দেচোন। চিন্তা নকৰিবি, মই যেনে তেনে ধাৰ মাৰিম ; যি কোনো উপায়েৰে ককাইদেউক বচাবই লাগিব।

মই মানুহজনে দিয়া এশটকীয়া নোটখন উলিয়াই দিলো। সি কৃতজ্ঞতা আৰু আনন্দত আত্মহাৰা হৈ গ'ল। গাড়ী এখন আনি ছুয়োটাই ধৰা-ধৰিকৈ ককাইদেউক তুলি দিলে। ককাইদেউৰ অৱস্থা মৃতপ্ৰায়। মোৰ মনটো কিবা লাগি গ'ল—ইমান শক্তিৱন্ত মানুহটোৰ এয়া কি ৰূপ। গাড়ী ষ্টাৰ্ট দিয়াৰ লগে লগে মুখ খন উলিয়াই ত্ৰৈলোক্যই কলে,

: তই পাৰ যদি শেৱালীক খবৰটো দি যাবিগৈ।

গাড়ী চলিল। মই খোজ চলালো। ছুখোজমান গৈ ৰেল লাইনৰ পাছফালে থকা মদ বেচা পাণ-দোকানখনলৈ চালো। ভিতৰত পোহৰ দেখি জপনাখনত টোকৰ দিলো। মুক্তি এটাই মুখটো উলিয়াই কিমান লাগিব বুলি সুধিলে। 'ইয়াতে খাম' বুলি ক'লত, ডাঙৰ গিলাচ এটা মোলৈ আগ বঢ়ালে। গোটেইখিনি কোট-কোটকৈ পি পকেটৰপৰা টকা তিনিটা উলিয়াই জাপখনৰ

ভিতৰলৈ পেলাই গুচি আহিলোঁ। মদ নেখালে মই পাগল হৈ গলো হয় কিজানি! ঘৰলৈ ঘূৰোঁতে শেয়ালীহঁতৰ তাত এজাক মানুহে কৰ্কশ সুৰত কিৰা-কিৰি কৈ থকা কাণত পৰিল। মোৰ মূৰ তুলি চাবলৈ সাহস নহল।

ঘৰ সোমাব খোজোঁতেই বস্তিৰ লছমনে আহি কলেহি,

: তই শেয়ালী বহিনক কি কৰিলি? আজি তোৰ জান খটম কৰিব—লৰাসবৰ লগত বলবীৰহঁতে থুজি ফুৰিছে।

নিজকে অত্যন্ত সাহসী বুলি ভবা মোৰ তাৰ কথা শুনি বুকু কঁপি গ'ল। বলবীৰে কৈছে যেতিয়া নিস্তাৰ নাই। বাচিব লাগিলে পলাই যাব লাগিব। লৰা-লৰিকৈ লাগতিয়াল কাপোৰকানিখিনি ছুটকেছ এটাত সুমুৱাই পা-পইচা কিটা জেপত লৈ পথাৰৰ মাজে মাজে ষ্টেচনৰ ফালে দৌৰিলো। আহি পাই দেখিলো বলবীৰহঁতে ষ্টেচনৰ পাচ-ফালৰ মদৰ দোকানৰ আশে পাশে মোক বিচাৰি চলথ কৰিছে। বিফল হৈ সিহঁত ঘূৰি যোৱাত টিকেট এটা কিনি গুৱাহাটী অভিমূখী ৰেলখনত উঠিলোঁ।

মোৰ বন্ধু ৰহমান আজিকালি গুৱাহাটীতে কৰবাত প্ৰেছত চাকৰি কৰি থাকে বুলি শুনিছো যদিও থকা ঠাই নজনাৰ বাবে অসুবিধা হ'ব বুলি ভাবিছিলো। কিন্তু আচৰিত, ইয়াত তাক বিস্নাৱালায়ো চিনি পায়। মই তাৰ বৰ্ণনা দি সোধাৰ লগে লগে ৰিস্নাৱালাই ঠিকেই আনি উলিয়াই দিলেহি। মোক দেখাৰ লগে লগে আনন্দিত হৈ সি চিঞৰি উঠিল,

: আৰে, তই কৰপৰা ওলালিহি। আহ, আহ, দুদিনমান থাকিবি নহয়।

: দুদিনমান নহয়—সদায় থাকিম বুলি আহিছো।

: বৰ ভাল কথা—মোৰ লগ হবি। মুখ হাত ধুই ল—মই ওচৰৰ দোকানখনৰপৰা চাহ লৈ আহোঁ।

চাহ আনি দি সি কলেহি,

: মোৰ অলপ দেৰি হব পাৰে, তই ভাত খাই শুই থাকিবি। পাকঘৰতে ভাত বান্ধি থোৱা আছে।

ৰহমানৰ আন্তৰিকতাই মোক মুগ্ধ কৰিলে। এই কেইদিনতে জানিলো যে সি এই চহৰখনৰ বৰ দৰ্কাৰী মানুহ। পঢ়াশুনাত সি প্ৰায় মোৰ সমান। সি ইমান কথা জানে কেনেকৈ? সি এদিন ক'লে,

: তই চাকৰি কৰিবি নেকি?

মই ক'লো,

: পালে কৰিম। সদায়নো তই পুহিবিনে।

ৰহমানেই চাকৰিৰ যোগাৰ কৰি দিলে আৰু ইউনিয়নৰ কামত লগালে। ইয়ালৈ অহাৰপৰা মদৰ কথা একেবাৰেই পাহৰি গ'লো। ইয়াত ৰহমানইত কোনেও মদ নাখায়। সি প্ৰায়েই আহি মোক পাৰ্টি-অফিচৰ আলচৰ কথা কয়হি। কথাবোৰ শুনি মোৰ এনে লাগে যেন ময়ো পাৰ্টিত সোমাম। মতি ভাল থকা হলে ককাইদেউঁতৰ লগতে পাৰ্টি কৰিব পাৰিলোহেঁতেন, মোৰেই স্বভাৱৰ দোষ। ৰহমানৰ নিৰ্দেশমতেই এদিন মই পাৰ্টিত ভৰ্তিৰ আবেদন কৰিলো। পাৰ্টিয়ে মোক সভ্যপদ নিদিলে, বিবেচনাৰ বাবে থৈ দিলে। ৰহমান আচৰিত হ'ল। বোধ কৰোঁ সি কথাটো পাৰ্টিক সুধিয়ে পেলালে।

[ ৩ ]

সি ক'লে,

: তই এনে কাপুৰুষ বুলি কল্পনাও কৰিব নোৱাৰি। তোৰ দৰে সৰ্বহাৰা এটাক সাম্যবাদী আদৰ্শ ই সৎ সাহস দিব নোৱৰাটো অতি পৰিতাপৰ কথা।

মোৰ ওপৰত ক্ষুণ্ণ হৈছে বুলি ভয় কৰিছিলো। কিন্তু তাৰ ব্যৱহাৰ-পাতিত কোনো পৰিবৰ্তন নেদেখি আশ্বস্ত হলো। মোৰ অকপট স্বীকাৰোক্তিত হয়তো ৰহমানে মোক বুজিলে।

কাকতত এটা বাতৰি ওলাল···পুৰণি কৰ্মী ত্ৰিভুবন বৰুৱাৰ অৱস্থা সংকটজনক···খবৰটো দেখি ৰহমানক ক'লো,

: মই ককাইদেউৰ ওচৰলৈ যাওঁ বুলি ভাবিছো। তই কি কৰ?

: তই তালৈ আগতেই যাব লাগিছিল। এসময়ত এটা ভুল কৰিলি বুলি এইদৰে পলাই ফুৰাৰ মানে কি? কথাবোৰ বুজাই কলে বলবীৰহঁতে অন্ততঃ তোক বুজিব পাৰিব। সকলোৰে মাক ভনীয়েক একে, তই নিজহাতে শেৱালীক লম্পটৰ হাতত কিয় তুলি দিলি মই আজিও নুবুজিলো। জীৱনৰ অভিজ্ঞতাৰে তই তাৰ পৰিণতি উপলব্ধি কৰিব পাৰিব লাগিছিল। ...যা, ককাইদেউৰ যাতে উপযুক্ত চিকিৎসাৰ ব্যৱস্থা হয় তালৈ চকু দিবি। ময়ো চিঠি দিম।

শেৱালীহঁতক লগ পাবলৈ মনটো উদ্বাউল হৈ পৰিল। মনতে শংকা হ'ল—সিহঁতে মোক ক্ষমা কৰিবনে? বলবীৰহঁতৰ হাতত মাৰ খাব লগীয়া হলেও মই যামেই। এটা মকামিলা হৈ ৰোৱাই ভাল। বহমানে ঠিকেই কৈছে—মই কাপুৰুষ। মই আগতেই দোষ স্বীকাৰ কৰিব লাগিছিল। মানুহৰ ভুল হয়েই।

মই শেৱালীহঁতৰ ঘৰতেই উঠিলোগৈ। ভিতৰৰ কোঠা এটাত ককাইদেউৰ লেৰেলা শৰীৰটো শুৱাই থৈছে। কাষতে পৰিচৰ্যাৰতা এগৰাকী অচিনাকি মহিলা। বাহিৰৰ কমত ভালেমান মানুহ উৎ-কণ্ঠাৰে বৈ আছে। সোমাওতেই বলবীৰৰ লগত মুখামুখি হলো। সি পোনছাটেই মোক এটা পূৰ্ণহতীয়া ঘোচা সোধাই দিলে। মই কফ'াল খাই প্ৰায় পৰি যোৱাৰ অৱস্থা। কমত বহি থকা বেনাৰ্জী বাবুৱে ধৰাৰ বাবেহে মাটিত পৰি নোযোৱাকৈ কোনোৰকম ৰ'ব পাৰিলো। মোৰ নাকৰপৰা তেজ নিগৰি নিগৰি ওলাই আহিল। মোক অকথ্য ভাষাৰে গালি পাৰি পাৰি বলবীৰ কোঁ-কোঁৱাই কেনিবা ওলাই গ'ল। বেনাৰ্জীয়ে মোক হাতত ধৰি বাহিৰলৈ উলিয়াই আনি মোৰ তেজ লাগি থকা চকু-মুখ আলফুলে ধুৱাই দিলে। বলবীৰৰ আঘাতৰ কোৰতকৈ কৃতকৰ্মৰ অনুশোচনাই মোক একেবাৰে কাহিল কৰি পেলালে। খোজ কাঢ়িবলৈকে মোৰ শক্তি-সামৰ্থ্য নোহোৱা যেন লাগিল। মই হতভম্ব হৈ বাৰাণ্ডাত খালী হৈ থকা বেঞ্চখনতে বহি

পৰিলো মোক তাতে এৰি বেনার্জী ভিতৰ সোমাল। ভিতৰতে তেওঁলোকে কি কথা পাতিলে মই নুবুজিলো। তল-মূৰকৈ জুপুকা মাৰি থকা মোৰ কান্ধত কোনোবা এজনে হাত থোৱাত উচপ খাই চাই দেখিলো—জগৎ সিং তেওঁ মৰমেৰে সুধিলে,

: দৰদ বেচি হৈছে নে কি ?

: নাই, মনটোহে বৰ কিবা-কিবি লাগিছে।

: কোনো কমিউনিষ্টেই বিশ্বাসঘাতকক ক্ষমা নকৰে ইমাই। তুমি এনে ঘিণ লগা কাম কৰিবা বুলি আমি কোনেও কল্পনাই কৰিব পৰা নাছিলো।

কিবা এক গভীৰ বেদনাত মোৰ মনটো জঠৰ হৈ যোৱা যেন লাগিল। থোকা থুকি মাতেৰে মই ক'লো,

: মোক আৰু মাৰক, মোক একেবাৰে শেষ কৰি দিয়ক, কমৰেড সিং। মই শেৱালীৰ আগত আৰু এই মুখ নেদেখুৱাওঁ।

সকলো সমস্যাৰ মুখামুখি হ'ম বুলি স্থিৰ সিদ্ধান্ত লৈ অহা মোৰ মনটো একেবাৰে ভাগি পৰিল। আবেগ জড়িত কণ্ঠেৰে মই কৈ গ'লো,

: বৈ নাথাকিব কমৰেড সিং, বলবীৰক মাতক, মোক শেষ কৰি পেলাওক।

এনেতে কোলাত কেচুৱা লৈ প্ৰথমে দেখা মানুহ গৰাকী ওলাই আহিলত চিনি পালো—সেইজনী শেৱালী। এই তিনিটা বছৰতে চেহেৰা একেবাৰে বদলি গ'ল—ভালকৈ নাচালে ধৰিবই নোৱাৰি। ওলাই আহিয়েই তাই সমজুৱাকৈ ক'লে,

: ককাইদেউ টোপনি গৈছে—তোমালোকে বৰকৈ হুলস্থুল নকৰিবা।

শেৱালীৰ মাত শুনি মোৰ বুকুখন ধৰফৰাই উঠিল—মোৰ বাবে এক উত্তেজিত মুহূৰ্ত। তাই মোক তাচ্ছিল্যৰ সুৰত ক'লে,

: অবৎ ককাইদেউ, তুমিও তেতে আছিলা ? তোমাৰ দবে

স্বাৰ্থপৰ এটা আমাৰ লগ লাগিব নোৱাৰা বুলি আমি কলেও ককাইদেৱে কিন্তু মানি নলয়। সদায় তুমি আহিছানে নাই খবৰ লৈ থাকে। এতিয়া দেখিছোঁ, ককাইদেউৰ ধাৰণাই সঁচা প্ৰমাণিত হ'ল।

শেৱালীয়ে এয়া পোন-প্ৰথমবাৰৰ বাবে মোক 'ককাইদেউ' সম্বোধন কৰিলে—আগেয়ে 'তোমা-তুমি'হে কৰিছিল। ককাইদেউৰ মোৰ ওপৰত থকা গভীৰ আস্থাৰ যথাযথ মূল্য দিব নোৱৰাৰ বাবে মোৰ মৰি যাম লাগিল। কল্পনামুৰা হৈ মই ক'লো,

: শেৱালী, মোক আক তইঁতে বেপি বেপি নাথাকিবি। নিজে নোৱাৰ যদি বলবীৰক মাত, মোক একে ঘাপে হুছোৱা কৰি পেলাওক। নহ'লে মই নিজেই···

মই কথা শেষ কৰিবলৈ নৌপাওঁতেই বেনাৰ্জী সোমাই আহি ক'লেহি,

: কমৰেডসকল, যথেষ্ট হৈছে আক। চাংমায়ে ভুল বুজিব পাৰি নিজেই সকলো অকপটে স্বীকাৰ কৰিছে যেতিয়া তেওঁক ক্ষমা কৰা উচিত। ইতিমধ্যে কমৰেড বহমানেও সকলো কথা আমালৈ লিখি জনাইছেই। আমাৰ সহযোদ্ধা বঢ়া'হে লাগে। কথাটো বুজাই কলত বলবীৰেও এতিয়া অনুতাপ কৰিছে।

বেনাৰ্জীৰ কথাৰ পাছত পৰিবেশটো একেবাৰে সলনি হৈ গ'ল। মোৰ মন তেতিয়াও সম্পূৰ্ণ ফৰকাল হোৱা নাই। সকলো খন্তেক নিমাত শেৱালীৰ কোলাত উঠি থকা ল'ৰাটোৱে ঠুসুক ঠানাক মাতেৰে মোলৈ আঙুলিয়াই ক'লে,

: এয়া কোন মা?

: এয়া তোমাৰ শৰৎ মামা।

: শৰৎ মামা আমাল ঘললৈ নাহে কিয়?

: এনেয়ে।

: কিয় এনেয়ে?

: বহুত দূৰৈত থাকে, সেই কাৰণে।

: সেই কালনে কিয় ?

এনেতে কুহুৰ-কুহুৰকৈ কাহি ককাইদেৱে সাৰ পোৱাৰ উমান দিলে। আমি ভিতৰলৈ সোমাই গলো। মোৰ কালে চাই অস্ফুট স্বৰে তেওঁ কলে,

: শৰৎ আহিলি ? তই এনে নিমখহাৰামী কৰিবি বুলি ভাবিবই পৰা নাছিলো। তোৰ এভিয়াৰ খবৰ ৰহমানৰপৰা পাইছো। উত্তৰ দিব নোৱাৰি মই হুকহুকাই কান্দি দিলো। ইমানখিনি সুৰত ককাইদেৱে কলে,

: সঁচা কথা কলে আকৌ, কান্দিবৰ কি হ'ল। ভুল কৰি মানুহ পলাই ফুৰিব নালাগে নহয়। সাহসেৰে তাক শুধৰাই আগ বাঢ়ি যাব লাগে।

মই কান্দি কান্দিয়েই কলো,

: ভেভিয়াৰেপৰা মই মদ একেবাৰে এৰি দিলো ককাইদেউ। মদেহে মোক তেনেদৰে অমানুহ কৰিছিল। আজিকালি মই মদ মুখতেই নিদিওঁ।

নৰম সুৰত ককাইদেৱে কলে,

: তোৰ সেইবোৰ খবৰ ৰহমানৰ পৰা পাই আছো। তই নিজে নাহিলে ইয়াৰ বাইজে বুজিব কেনেকৈ ?

ককাইদেউৰ মৰম সনা কথাই মোক সাহস দিলে। মই কলো,

: ককাইদেউ, সেইটো মোৰ ভুল হৈছে,—তাৰ বাবে মই আপোনালোক সকলোৰে ওচৰত ক্ষমা বিচাৰিছো।

একো নামাতি ককাইদেউ নি:চুপ হৈ থাকিল। অলপ পিছত মই সুধিলো,

: গা কেনে পাইছে ককাইদেউ ?

: গা আক ক'ত ভাল পাম চাগৈ—বয়সোতো যথেষ্ট হ'ল। বহুত কাম বাকী থাকিল। দদাইদেউহঁতৰ সপোন—আমাৰ সপোনবোৰ সপোন হৈয়েই থাকিল। আধৰুৱা কামবোৰ তইঁতেই কৰিব

লাগিব ভইঁতে পাৰিবি—ভইঁতৰ ওপৰত মোৰ ভৰসা আছে। শাসনৰ সুৰত শেৱালীয়ে কলে,

: অকণমান মনে মনে থাককচোন ককাইদেউ।

মই সমবেত সকলোকে উদ্দেশ্য কৰি কলো,

: ককাইদেউক মেডিকেল কলেজলৈকে লৈ যাওঁ। কমৰেড ৰহমানহঁতেও কথাটো কৈ পঠাইছে। সকলোৱে মোৰ প্ৰস্তাৱটো সমৰ্থন কৰিলে।

ইউনিয়ন চেক্ৰেটাৰী বেনাৰ্জীৰ আমন্ত্ৰণক্ৰমে মই ৰাতিটো তাতে কটোৱাৰ সিদ্ধান্ত কৰিলো। পুৱাই ককাইদেউক নিম।

দুয়ো ওলাই গলো। চাহ-দোকান এখনৰ কাষত বেনাৰ্জীয়ে কলে,

: বলক, একাপ চাহকে খাই লওঁ।

দোকানত আমি দুয়ো মুখামুখিকৈ বহিলো—তেতিয়া তাত আন কোনো গ্ৰাহক নাই। মন কৰিলো—বেনাৰ্জীয়ে আজিকালি সলসলীয়াকৈ অসমীয়া কব পাৰে চাহৰ অৰ্ডাৰ দি উঠি তেওঁ কলে,

: আমি আপোনাৰ খবৰ পাই থাকোঁ।

মই সুধিলোঁ : কেনেকৈ ?

: ৰহমানৰ যোগেদি। ভাল লাগিছে আপোনাক আকৌ সহযোগী হিচাপে পাব পাৰি। তাৰপৰ, খবৰ-তবৰ ক'ক।

শেৱালীৰ বিষয়ে জানিবলৈ মোৰ মনটো উচপিচাই আছিল। ৰ'ব নোৱাৰি সুধিয়েই পেলালো,

: অচ্‌চা, বেনাৰ্জী বাবু, জানেনে কি—শেৱালীৰ কাৰ লগত বিয়া হ'ল ?

: কিয়, জগৎসিংহৰ লগত ?

মোৰ বুকুখন ৰৰকৈ বিষোৱা যেন লাগিল। বেনাৰ্জীৰ আগত ধৰা নপৰিবলৈ জোৰকৈ চাহত শোহা মাৰিলো। চৰ্‌চৰণি খাই কাহোঁতে কিছু চাহ টেবুলখনত পৰি গ'ল। শেৱালীক হেৰুৱাই নিজৰা চকুপানী চৰচৰণিৰ চকুপানী বুলিয়েই হয়তো বেনাৰ্জীয়ে

ভাবিলে। নিজৰ কৃতকৰ্মৰ বাবেই আজি মই সকলো পাই সকলো হেৰুৱাইছো। মৌন হৈয়েই বেনাৰ্জীৰ ঘৰ পালোঁগৈ।

পাছদিনা পুৱা গাড়ী অহাত ককাইদেউৰ মুখতো প্ৰসন্নতাৰ হাঁহি বিৰিঙি উঠিল। হয়তো এয়া জীৱনৰ মোহ। মই তামোল এখন খাবলৈ বুলি পাণ দোকানৰ ফালে ওলাই গলো। বাকীসকল ককাই-দেউক নিয়াৰ আয়োজনত লাগিল। লছমনহঁতক লগ পাই কথা পাতোঁতে সামান্য পলম হৈছিল। সিহঁতে হেনো মোৰ স্ত্ৰীবাৰী ঘৰ দুৱাৰ সকলো ৰাখি আছে। মানুহবোৰৰ মোলৈ থকা মৰম দেখি বিস্মিত হৈছিলো। কিন্তু মই ? মই জানো সেই মৰমৰ মূল্য দিব পাৰিলো ? পাৰ্টিৰ মানুহবোৰৰ ওচৰত নিজকে সঁচাকৈয়ে বৰ স্বাৰ্থপৰ যেন লাগিল। এনেতে বেনাৰ্জীয়ে চিঞৰিলে : বেগাই আহক—কমৰেড।

যাবৰ সময় হ'ল বুলি জোৰাকৈ আহি দেখিলো হাহাকাৰ লাগিছে সেই প্ৰশান্ত হাঁহিটো ওঁঠত লৈয়ে ককাইদেৱে চকু মুদিলে—চিৰদিনৰ বাবে। কেইপাহমান ফুল দি আমি অনা ভেনেটখনতে ককাইদেউক পাৰ্টি অফিচলৈ লৈ যোৱা হ'ল। খবৰটো সদৰি হোৱাৰ লগে লগে চৌহদটো মানুহেৰে ভৰি পৰিল। সুন্দৰকৈ সেইখন গাড়ীতে শটো সজাই শ্ৰমিকসকলে অঞ্চলটো পৰিভ্ৰমণ কৰাৰ আয়োজন কৰিলে। দুৰণিৰ গাওঁ আৰু বস্তিবপৰাও বহুত মানুহ আহি সমবেত হলহি। শ দেহ স্পৰ্শ কৰি ভালেমান পাৰ্টি কমৰেডে তেওঁৰ আধৰুৱা কাম সম্পূৰ্ণ কৰাৰ সংকল্প ললে। পাৰ্টিৰ বাবে সৰ্বস্ব ত্যাগ কৰাৰ দৃঢ় সংকল্পৰে এটি মৌন মিনতি জনাই মই আঁতৰি আহিব খোজোঁতেই সেই তাহানিৰ নেতাজন এটা শকত ফুলৰ তোৰা লৈ আগ বাঢ়ি অহা মোৰ চকুত পৰিল। টিঙিচ কৰে মোৰ পুৰণি খংটো উঠি গ'ল। ফুলৰ তোৰাটো আঁজুৰি লৈ আহিলো। তেওঁ চিঞৰিব খুজিছিল যদিও মোৰ মুখলৈ চাই স্তব্ধ হৈ গ'ল। কেইমুহূৰ্তমানৰ মূৰত কঁপা কঁপা মাতেৰে তেওঁ কলে,

: তুমি······

মই গর্জি উঠিলো : খবর্দাৰ, তুমি নহয়······

: আ······আপুনি আজি কালি ক'ত ?

: নতুন পৃথিবীত। পুৰণি পৃথিবীখন তহঁতৰ বাবেই আছিল দুৰ্গন্ধত মানুহ থাকিব নোৱৰা হৈছে।

সি একো নেমাতি মানুহৰ মাজত লুকাই পৰিল, ফুলৰ তোৰাটো দুবৈৰ পিতনিখনলৈ দলিয়াই দিলো। একাক কাউৰীয়ে কিবা খোৱা বস্তু বুলি অগুৰি ধৰিলে।

* * *

শ্মশানৰপৰা উভতিলো।

ত্ৰৈলোক্যই কলে—ব'ল আমাৰ ঘৰলৈ।

মোৰ মন নগল।

বলবীৰে কান্ধত হাত থৈ কলে,

: তোৰ ঘৰলৈ নাযাব নেকি ?

: মোৰ ঘৰ ? ককাইদেউবটো ঘৰ নাছিল, পৰিয়াল নাছিল, তেওঁৰ দেখোন সমাজখনেই পৰিয়াল, পাৰ্টি অফিচেই ঘৰ।—মোক নো ঘৰ কেলেই ?—চাকৰিৰে কি কৰিম ? পাৰ্টিয়ে জানো মোক নলব ?

বলবীৰক কলো, —ব'ল তহঁতৰ তালৈ।

# মানুহ

শৰীৰৰ ভিতৰত দৈ বান্ধি আছিলে
প্ৰেমৰে সুগন্ধি তেল।
আশা দি মৰমী তুমিয়ে গলালা
দেখুৱাই প্ৰেমৰে মেল ॥

দূৰৈত কোনোবাই মিহি মাতেৰে গাইছিল।

বছৰৰ প্ৰায় বাৰেওটি মাহেই (দিহিঙৰ দুয়ো পাৰে) এনে প্ৰেমৰ বিননি শুনিবলৈ পোৱা যায়। মাঘ বিহু আহিবৰ কিছুদিনৰ আগৰেপৰা এনে বিননি ঘনীভূত হৈ আহে। ধান চপোৱাৰ পাছৰ ফাগুন মাহৰ উদং পথাৰে মানুহৰ মন কঁমোৱা তুলাৰ দৰে উৰায়। বাটে ঘাটে অ'ত ত'ত ফুলি উঠা ৰঙা মদাৰে ডেকা-গাভৰুৰ মনলৈ কঢ়িয়াই আনে ৰঙীন সপোন। বহাগত ফুলে-পাতে জাতিকাৰ হৈ পৰা প্ৰকৃতিৰ পৰশত মানুহৰ মন হয় সেউজবুলীয়া। জেঠ মাহৰপৰা খেতিত কৰিব লগীয়া কঠোৰ পৰিশ্ৰমে মাহচেৰেকৰ বাবে সকলোকে ব্যতি-ব্যস্ত কৰি ৰাখে। আকৌ আহিন মাহত পাতল কুঁৱলীয়ে দেখা দিয়াৰ লগে লগে ডেকা-গাভৰুৰ মন বননিত উথল-মাথল লাগে। অভাৱ-অভিযোগে এই প্ৰাণ-প্ৰাচুৰ্যক দমাই ৰাখিলেও নিঃশেষ কৰিব পৰা নাই, নোৱাৰেও।

দিহিং নৈ এৰিব পাৰোঁ মই লাহৰী
দিচাং নৈ এৰিব পাৰোঁ।
তোমাৰে ভাৱনা এৰিব নোৱাৰোঁ
নেখায়ো থাকিব পাৰোঁ ॥

কাৰোবাৰ লাহৰীৰ দৰেই দিহিং, দিচাং আদি নদীসমূহ বাসিন্দা-সকলৰ দুখ-সুখ, ওমলা-জামলাৰ লগৰী।

নৈখনৰ নাম দিহিং। এই নদী—পাৰৰ বাসিন্দাসকলৰ দৰেই গতিময়, চঞ্চল। বালিজান হাটলৈ এই নদী পাৰ হৈয়েই যাব লাগে। এইখন নৈ পাৰ কৰিবলৈ আজিৰ মাৰ নায়ক উপেক্ষা কৰিও পদেশ্বৰ ঘাটৈৰ টুলুঙা নাও চলি আছে। মাৰ নাও চলিবৰপৰা পদো ঘাটৈৰ উপাৰ্জন কমি আহিলেও পূৰ্বাপৰ বৃত্তি পদো ঘাটৈয়ে এৰিব খোজা নাই। একমাত্ৰ জীয়েকেৰে সৈতে পদো আৰু প্ৰেমদাৰ সংসাৰ ঘাটৰ উপাৰ্জনৰ ওপৰতে নিৰ্ভৰশীল।

দিহিঙৰ দৰেই সময়ৰ গতিও কোবাল। সময়েই পদো ঘাটৈৰ দেহৰ শকতি কমাই আনিলে। আজি-কালি উপাৰ্জনো নোহোৱাৰ দৰেই। চাওঁতে চাওঁতে প্ৰেমলতা মানুহ হোৱাও বছৰচেৰেক হ'ল। প্ৰেমলতাৰ শান্তি-বিয়াৰ বাবে দণ্ডী মহাজনৰ ওচৰত লগোৱা ধাৰৰ টকা পদোৱে কিন্তু আজিও পৰিশোধ কৰিব পৰা নাই। মাজে-সময়ে যি দুই চাৰিটকা মহাজনে জোৰ জুলুম কৰি নিয়েছি তাৰেই সুদৰ লেঠাকে নামাৰে।

গাৰ বিষ মাৰিবলৈ পদো ঘাটৈয়ে নেপালনীৰপৰা নিয়মিতভাৱে মদ কিনে। কেতিয়াবা সময়ৰ অকুলন হ'লে মদ আনিবলৈ প্ৰেম লতাকে পঠায়। নেপালনীয়ে মদ বনাই থাকোঁতেই কেতিয়াবা তাই পায়গৈ। এইদৰে অহা যোৱা কৰোঁতেই তাই মদ তৈয়াৰ কৰা প্ৰক্ৰিয়াটোও শিকি পেলালে।

গাভৰু প্ৰেমলতাক অভাৱে অহৰহ আমনি দি থাকে। বুঢ়া বাপেকক অকমান সকাহ দিব নোৱাৰি তাই পেটে সমৰিতে বিষম পায়। এদিন মদ লৈ আহি তাই মাকক কলেহি,

: আই. চেৰাপথিনি দেখোন আমি ঘৰতে কৰিব পাৰোঁ। পিতাইক লগাখিনিৰ বাহিৰে বাহি হোৱা দুই এৰটল বেছিলে দুই এপইচা ওলাবও।

: বহ অ' এইজনী, তই কবো বুলিলেই হ'ল নে? পিতাৰক নোসোধাকৈ মই একো কৰ নোৱাৰোঁ।

সেইদিনাই বাতি মাকে পিতাকৰ আগত ভয়ে ভয়ে কথাটো উলিয়ালে। বেৰখনৰ সিপাৰৰ ঢাৰি-পাটীত টোপনি যোৱাৰ চলেৰে প্ৰেমলতায়ো কাণ উনাই থাকিল। একে আষাৰেই বাপেকে ক'লে,

: কথাটো ময়ো পেটে পেটে পাঙিয়েই আছিলো। আইজনীয়ে আজল-মঠালিখন কৰে বুলিহে কোৱা নাই। তাই কৰেঁ। বুলিছে যেতিয়া কালিলৈকে সকলো যোগাৰ কৰি দিম:

পাছদিনা আগবেলাতেই পদেশ্বৰে ফটিকা বনোৱা পিঠা আৰু লেতেৰা গুৰ কেইসেৰমান আনি প্ৰেমলতাৰ হাতত নিজেই তুলি দিলেহি। তেতিয়াৰপৰা ঘাটৰ উপাৰ্জনৰ লগতে চুলাই মদৰ উপাৰ্জনো লগ লাগি তাহাঁতৰ সংসাৰখন টুক-টুকাকৈ চলি থাকিল।

অতি হেপাহৰ হ'লেও অনিয়ন্ত্ৰিত দিহিং নদীয়ে পাৰৰ বাসিন্দা-সকলক জুলুকি-জুলুকিকৈ শিকাইছে। পঞ্চাশৰ বৰ ভুঁইকপৰ সময়তে চেঙেলীয়া পৰশুৰ ভাই-ভনী, আই-বোপাই সকলোকে এই দিহিঙেই সামৰি লৈ তাক নিঠৰুৱা কৰিলে। তেতিয়াৰেপৰা সি অলপ বেপৰোৱা স্বভাৱৰ হৈ পৰিল। খেতি-পথাৰৰ কাম-বনো সি নিজৰ খুচিমতেহে কৰে। কেতিয়াবা ভৰ খেতিৰ দিনতো শুই-বহি কটায়। কেতিয়াবা আকৌ ৰাতিয়ে-দিনে কামৰপৰা মূৰকে নাদাঙে। চুলাই মদ আৰু নগাহঁতৰ ঘৰত বহা জুৱাখেলেই তাৰ সংগী। ঘাট-মাউৰা পৰশুলৈ গঞ্জা বাইজৰ মৰম যিমান ভয়ো সিমান। গাঁৱৰ মুখিয়াল কেইঘৰৰ লগতো সি সমানে ফেপেৰি পাতে।

কোনোবা এৰাতি; নগাহঁতৰ ঘৰত জুৱাৰ আড্ডা বহিছে। থুলেশ্বৰ, টিপিকা, লঠৌ, টংক সকলোৱে তাচ-পাতৰ মাধ্যমেৰে ভাগ্য পৰীক্ষা কৰাত ব্যস্ত। জুৱাখেলত থপা পইচাৰ অলপ অলপকৈ চান কাঢ়ি কিছু টকা জমাই মদ আৰু মাংসৰ ব্যৱস্থা কৰাৰ আয়োজন চলিল। এপাকত থুলেশ্বৰ উঠি গৈ ওচৰৰে থাকুৰামহঁতৰ ঘৰৰপৰা নগদ সাত টকা দি এটা বুঢ়া ধৰণৰ কুকুৰা লৈ আহিল। মদ প্ৰেমলতা-হঁতৰ ঘৰৰ। তেতিয়া সময় প্ৰায় পুৱতি নিশা। কুকুৰাটো মাৰিবলৈ

কেইবাজনকো কেইবাবাবো কোৱাৰ পাছত টিলিকা উঠি গৈ কুকুৰাটো আকাশ মাৰি পঠালে। ধপধপাই পাখি কোবাই কুকুৰাটোৱে মৰ বাউচি জুৰিলে। হাতৰ তাচপাত কেইটা দলিয়াই পৰশু উঠি গৈ খালৌৰ খালৌৰকৈ কেইবাটাও চৰ টিলিকাৰ গালত সোধাই দিলে। কি হ'ল কোনেও ভকিবই নোৱাৰিলে। সকলো বিস্ময়াভিভূত হৈ পৰিল। তাচখেল বন্ধ কৰিলে। টিলিকা জলকা লাগিল। বহু সময় পাৰ হৈ গ'ল। কি কাৰণেনো সি টিলিকাক চৰিয়ালে কাৰো সুধিবৰ সাহস হোৱা নাই। শেহান্তৰত সাহসত ভৰ দি সিহঁত কেয়োটাতকৈ বয়সত ডাঙৰ ঘনকান্তই মাত লগালে,

: হয়নে পৰশু, তইনো বাৰু তাক কিয় চৰিয়ালি ?

কঁকালৰ খোচনিত ফাকেৰে সৈতে ওলোমাই থোৱা মিটখন উলিয়াই চোতালৰ দাঁতিত থকা ভলুকাজোপাৰ চেকনি এডাল কাটি টুকুৰা-টুকুৰ কৰি পৰশু নিজৰ ঘৰৰ ফালে আগ বাঢ়িল ; মুখেৰে তুকে নকৰিলে। সকলোৱে নিষ্পলক দৃষ্টিৰে অদৃশ্য নোহোৱালৈকে তাৰ ফালেই ভেবা লাগি চাই থাকিল। মুহূৰ্ত্ততে ভোজৰ আয়োজনৰ আনন্দ ম্লান হৈ পৰিল। একো নকলেও ঘনকান্তহঁতে বুজিব পাৰিলে যে যথাৰীতিৰে কুকুৰাটো মুচৰি নামাৰি থেকেচি মৰাৰ বাবেই তাৰ খং উঠিল।

অন্য এৰাতি।

তাচখেল আৰম্ভ হোৱাই নাই। খেলিবৰ বাবে বাইজ গোট খাইছেহিহে। ঘনকান্ত ভেতিয়াও আহি পোৱাহি নাই। লঠৌৱে ক'লে,

: এই থুলে, মন কৰিছনে নাই—প্ৰেমলতাজনী মানুহ হবাৰেপৰা বেচ চিকুণ হৈ পৰিছে দেই।

: কেলেই নহবনো ; আমাৰ বিহুনামত কোৱা নাই জানো— "ছমাহৰ ভিতৰত বৰণটি সলালি ললি বঙাবিহা গাত"। গাভৰু হলে ছোৱালী চিকুণ হয়েই।

: চাই থাকোঁতেই ফুলপাহ বাকৈয়ে ফুলিল। আমি তোমাৰা-বোৰেহে একো কৰিব পৰা নাই।

: আমাৰ কালে সেই অনা ডেকা আৰু, তাইৰ ওপৰত বোলে দণ্ডী মহাজনৰ চকু পৰিছে।

: কি, সেই বুঢ়া পাত্ৰহে চকু পৰিলগৈ। আমি ডেকাসকলমখা মৰিলো নেকি ?

: কি কৰিবি ভাই, আজি-কালি টকাৰ যুগ টকা থাকিলে বুঢ়াও ডেকা হয়—টকা নহলে ডেকাও বুঢ়া। প্ৰেমলতাক জালত পেলাব পৰাকৈ তোৰ মোৰ জানো ধন আছে ? নে কি কৱ পৰশু-কাই ?

পৰশুৱে কণ্ঠৰ মাতেৰে ক'লে,

: কিনো কেপকেপাই আছ অ' ? মনে মনে থাক।

ঘনকান্ত আহি পোৱাত কোনেও বাক্য ব্যয় নকৰি খেল আৰম্ভ কৰিলে।

নগাইঁতৰ ঘৰৰ জুৱাৰ আড্ডাত কেতিয়াবা কেতিয়াবা প্ৰেমলতাক লৈ কোনোৱে অশ্লীল মন্তব্য কৰে। এনেবোৰ মন্তব্য শুনিলে প্ৰায়েই পৰশুক গহীন হৈ পৰা দেখা যায় তাৰ মুখৰ পৰিবৰ্ত্তন দেখি আলোচনাত ভাগ লোৱাসকলে প্ৰসঙ্গ সলনি কৰিবলৈ বাধ্য হয়। তাৰ এনে ব্যৱহাৰলৈ লক্ষ্য কৰি ঘনকান্তহঁতে সি প্ৰেমলতাক ভাল পায় বুলিয়েই সিদ্ধান্ত কৰি পেলালে। কোনোবা এবাৰি হয়তো সি তাইক লগত লৈ নিৰুদ্দেশ হব।

আন এদিন—

পৰশুৱে প্ৰেমলতাহঁতৰ ঘৰৰ ভিতৰত বহি মদ খাই আছিল সিপাৰৰ দণ্ডীমহাজন আহি পদেশ্বৰক বিড়িয়ালে,

: পদেশ্বৰ, ঐ পদেশ্বৰ, ঘৰত আছ নে ?

: আছো মহাজন কাই, আহঁা।

: ঐ অধৰমী, মোৰ টকা কি কৰিলি ? আনিবৰ সময়ত হাতে-ভৰিয়ে ধৰি আনিবি—এতিয়া দিবৰ সময়ত ঘৰলৈ তাত-বাটি কৰিও পাবলৈ নাই।

: কেলেইনো তেনেকৈ কোঁৱা ? মই কিবা আগতে কেহানিবা তেনে কৰিছিলো নে ? নিকপাইত পৰিহে দিব পৰা নাই। কেইদিন মানলৈ ক্ষেমা কৰা—টকাৰ যোগাৰ হলেই মই নিজেই দি আহিমগৈ।

: হৈছে হৈছে, কত্তা নিধক, কথাৰ বকলা মেলিব নেলাগে। মোৰ কিবা তহঁত অগুণকাৰীমখাক চিনিবলৈ বাকী আছে নে ? দোকানৰপৰা ঘৰমুৱা হ'লেই তহঁতে সকলো পাহৰি যাৱ। কৈ দিলো একা—দণ্ডী মহাজন আহি কাৰো ঘৰৰপৰা শুদা হাতে ঘূৰি যোৱা ভকত নহয়।

: তুমিয়ে কোৱাঁচোঁ—হাতত টকা নাথাকিলে মই কৰপৰা দিওঁ।

: নাথাকিলে কৰপৰা দিম বুলিলেই হ'ল ? আনিবৰ সময়ত কি কৈছিলি ? টকা দিব নোৱাৰ যদি জীয়েৰকে তুবাতিমান মোৰ তাত থাকিবলৈ পঠাই দিবি, টকা এৰি দিম।

এনেতে পদেশ্বৰক কোনোবাই ঘাট পাৰ কৰাবলৈ চিঞৰিলে। মিনতিৰ সুৰত পদেশ্বৰে ক'লে,

: মহাজনকাই, তুমি খন্তেক বহঁাচোন, মই মানুহখিনি পাৰ কৰি আহোঁ।

পদেশ্বৰ ওলাই গ'ল। খন্তেক বৈ মহাজনে মিহি সুৰত মাতিলে,

: প্ৰেমে, বোলোঁ ঐ প্ৰেমলতা, ভিতৰত সোমাইনো কি কৰিছ ? আলহী অতিথি আহিলে সোধ-পোছ কৰিব নাপায় নে কি ?

গৈছো বৰ 'পিতাই' বুলি হাতত তামোলৰ বটা লৈ প্ৰেমলতা চুচুক-চামাককৈ ওলাই আহিল।

: সেয়া কি আনিছ ? তামোল। আই হেবেই, তই জানই দেখোন—তামোলত মোৰ তিমান বাপ নাই।

: তেনেহ'লে ফিকা চাহকে এবাতি···

: নেলাগে, নেলাগে, হ'ব। আহেঁচোন কথাকে পাতোঁ। মাকে কি কৰিছে ?

: আই আগলত সোমাইছে।

: মই তহঁতৰ ঘৰলৈ কিয় আহিছো তই জানিছই। বাপেৰৰ লগত হোৱা কথা-বতৰাও তই শুনিছ। মই তাক, তোক মোৰ তাত দুৰাতিমান থকাকৈ পঠাবলৈ কৈছোঁ। বাপেৰেতো একপ্ৰকাৰ সম্মতি দিছেই। এতিয়া তই কেতিয়ালৈ যাব পাৰ খবৰ পঠাবি। মই নিজেই লৈ যামহি। তই এতিয়া ডাঙৰ হৈছ—বাপেৰ-মাৰৰ ধাৰ সুজিবলৈ পোৱাটো সৌভাগ্যৰ কথা। এই অশিষ্ট ডেকা ল'ৰা-মথাক মহগুলকৈ মদ খুৱাই কেনেকৈ কাৰী হুপাই লোৱাতকৈ মোৰ তাত থকাটো তোৰ বাবে ভাল কথাহে হ'ব। তাৰোপৰি কথাটো মই একেবাৰে গোপন কৰি থম। কোনেও গম নাপায়। আক কিবা অসুবিধা হ'লেতো মই আছোৱেই।

মহাজনৰ কথাৰ আলা সহিব নোৱাৰি প্ৰেমলতাই উচুপিবলৈ ধৰিলে।

: আঁকৰীজনী ক'তা, কান্দিবলৈ কি হ'ল ? মই কিবা তু-তাৰতত নোহোৱা নোপজা কথা ক'লো নে ? তই একো ভাবিব নালাগে, কেৱল সোনকালে খবৰ দিবি—মই এতিয়া যাওঁ।

প্ৰেমলতা কান্দি কান্দি ভিতৰ সোমাল। কীৰ্ত্তনৰ পদ একাকি গুণ-গুণাই মহাজনে খোজ চলালে। কেঁকুৰীটো ঘূৰিছেহে—এনেতে কোনোবাই এটা প্ৰকাণ্ড খোঁচা সোধালে। মহাজনে হতভম্ব হৈ ঘূৰি চাই দেখিলে—স্বয়ং পৰশু গুণ্ডা, কৰ্কালত হাত দি থিয় হৈ আছে। লৰ-চৰ কৰাৰ উপায় নাই। চকুত জুই লৈ সি গজি উঠিল,

: চালা বেইমান, বুঢ়া হলিহি—লাজ-চৰম নাই। গাঁৱৰ ছোৱালীৰ মান-ইজ্জত নোহোৱা কৰিলি। মহাজন চেলাইছ—এলা টকা বেছি হ'ল।

কল্পনাযুৱা হৈ মহাজনে ক'লে,

: তই মোক এইদৰে কিয় মাৰিলি পৰশু ? তোৰ ভাইৰ লগত কিবা আছে বুলি মই নাজানো নহয়।

: খবৰদাৰ. কথা নকবি। চুপ থাক।

: আজিৰপৰা ইহঁতৰ ঘৰলৈ আক নাহোঁ, মোক যাবলৈ দে বোপাই। পাৰিলে তয়ে মোৰ পাওনা টকা কেইটাৰ কিবা এটা কৰিবি।

: যা···আজিৰপৰা কোনোবা ছোৱালীক তেনেকৈ কোৱা শুনিলে তোৰ মুৰ ছিঙিম।

লাজে অপমানে অধোমুখ হৈ মহাজন পাৰঘাটৰ ফালে আগ বাঢ়িল। সেই ঘটনাটোৰ পাছৰপৰা সকলোৱে পৰশুৰ লগত প্ৰেমলতাৰ পিৰীতি গাঢ় হোৱা বুলি স্থিৰ কৰিলে···কিন্তু··· ··

আক এদিন—

আবকালিৰ ৰাতিপুৱা। শেষ নিশালৈ কিনকিনিয়া বৰষুণ হৈছিল। কাঁহী-বাতি ধুবলৈ গৈ প্ৰেমলতা নৈত পৰিল। গোটেইখন হুৱা-দুৱা লাগিল। মানুহ ভালেকেইজন গোট খালেও কোনো এজনেই এই ঠাণ্ডাত পানীত নামি প্ৰেমলতাক তুলি আনিবলৈ সাহস কৰা নাই। বাপেক পদেশ্বৰৰ শেষ নিশা খোৱা মদৰ ৰাগী তেতিয়াও যোৱা নাই। জীয়েকৰ দুৰ্গতি দেখি অস্থিৰ হৈ ইনাই বিনাই কান্দি মাকে কৈছে,

: মোৰ আইজনীক তুলি আনহঁত ঐ, কোনে পাৰ ৰইখা কৰ ঐ···পৰশু ঐ···মোৰ বোপাইটো, তই কলৈ গ'লি ঐ···বাপেকীটো হৈ তুমি এইদৰে মদৰ জালত পৰি থাকিলে মোৰ আইজনীক কোনে তুলিব ?

জীয়েকৰ বেজাৰত মাকে হুকহুকাই কান্দি দিলে। ওৱাক ওৱাক কৈ বমি কৰি ধমকি দিয়াৰ সুৰত পদেশ্বৰে ক'লে.

: এই মৰভীজনী, মৰ ৰাউচি জুৰিছ কেলেই ? সিহঁতমখা গৈছে

নহয় মোৰ নাওখনো নাই — কেনেকৈ তাইক তুলিমগৈ। ইফালে দেহাৰ এই তল-লৌ বাম-লৌ অৱস্থা।

পানাবপৰা প্ৰেমলতাই চিঞৰিছে,

: মৰিলো ঐ আই। আহ ঐ পিতাই, পৰশু কাই ঐ।

কোনোবা এজনে কৈছে,

: সাঁতোৰ, সাঁতোৰ—তললৈ নাযাবা। কোনোমতে ওপঙি থাকাচোন। ঐ থাম্, কি কৰিছ? নাওখন বেগাইকৈ আন

দূৰৈৰপৰা নাম গাই গাই পৰশু সেইফালৈকে আহিল—

বেলিৰ পোনে পোনে চাব নই নোৱাৰেঁ।
চকু জিলে-মিলে কৰে।
তোমাৰে মুখলৈ চাবকে নোৱাৰেঁ।
শোকে খুন্দা মাৰি ধৰে

পৰশু ওচৰ পালত প্ৰেমদাই কান্দি কান্দি ক'লে,

: বোপাই ঐ, মোৰ আইজনীক ৰইখ কৰ।

কি হ'ল খুৰী? ··· প্ৰেমে?

লগে লগেই পৰশু পানীত জঁপিয়াই প্ৰেমলতাক আনি উবুৰি কৰি দাঙি ধৰিলে। ভাগত থৰ থৰকৈ কঁপি প্ৰেমলতা কিছু বেলিলৈ কেঁকাই থাকিল। পেটৰ পানীখিনি ওলাই যোৱাৰ পাছত কিছু প্ৰকৃতিস্থ হ'ল প্ৰেমলতাৰ মাকৰ চকুৰে মুখে আনন্দৰ চিন ফুটি উঠিল। মাকে কলে,

: আজি তই ভাল বইথা কৰিলি বোপাই, ভাল ভবালি। তই আমাৰ কোনোবা কালৰ বুকুৰ কুটুম আছিলি।

পদেশ্বৰে অক অকাই আকৌ বমি কৰিলে। পৰশুৱে ক'লে,

: বৰ ঠাণ্ডা লাগিছে খুৰী··· অলপ খাব লাগিছিল।

ভিতৰৰপৰা বটল এটা আনি মাকে ক'লে,

: হেঁ৷ বোপাই, এইকণকে খা

পৰশুৱে ৰটলটো লৈ গোটেইখিনি কোঁতকো ডকৈ গিলি ঘৰলৈ দৌৰ মাৰিলে। ঘৰ সোমায়েই সি হুৰাওৰাৱে কান্দিবলৈ ধৰিলে। তাৰ মনত পৰিল সেই পঞ্চাশ চনৰ কাল ৰাতিটোৰ কথা। সেইদিনা সি যথা সময়ত আহি পোৱাহি হ'লে এইদৰে নিঠকৰা হ'ব নালাগিল হেঁতেন।···কিন্তু সেই হতশ্ৰীহঁতীজনীৰ মুখখনৰ লগত প্ৰেমলতাৰ মুখখনৰ ইমান মিল। এইৰ চকু-মুখ, চাৰনি সকলো দেখোন একেই। তাইক ভুলিব নোৱৰা হ'লে ময়ো আজি আপোনঘাতী হ'লোহেঁতেন। ···এই চকু চৰহাহঁতে আকৌ ভাবিছে, মই তাইক পলুৱাই নিম। এই মানুহমখাৰ মগজুত একো নাইকিয়া হ'ল নে কি?··· মই গুণ্ডা, মই মদাহী, মই জুৱাৰী······মই, মই, মানুহেই নহওঁ। কিন্তু এই ইহঁতবোৰ, এই দণ্ডী মহাজনৰ দৰে অত্যাচাৰীমখা হ'ল ভাল মানুহ মানী মানুহ। আৰু······

———